# নিবেদন



আশা কৰোঁ এদিন অসম আইৰ সুসন্তান প্ৰাতঃস্মৰণীয় অসমৰ ৰাষ্ট্ৰগুৰু ভাৰত বৰেণ্যে ত্যাগৰ জ্বলন্ত প্ৰতীক্ষ দেশভক্ত তৰুণৰাম ফুকনৰ উৎকৃষ্ট জীৱনী অসমীয়া ৰাইজৰ হাতত পৰিব। ফুকন ডাঙৰীয়াই চিৰ চেনেহী ভাষা জননীক বাছকবণীয়া মনি অলঙ্কাৰেৰে সজাই ৰাজনৈতিক ক্ষেত্ৰত থাউতিযুগীয়া গৌৰৱ সম্পদ দি থৈ গৈছে। মাতৃ-ভাষা, মাতৃ-ভূমি আৰু দেশৰ সেৱাই আছিল, তেখেতৰ মহাব্ৰত। তাৰ বাবে অসমীয়া জাতি তেখেতৰ ওচৰত চিৰঋণী। ইংৰাজী ১৯২০ চনৰ পৰা ১৯৩৯ চনৰ মৃত্যুলৈকে প্ৰায় বিশ বছৰ কাল অসম মাতৃৰ সুযোগ্য সন্তান তৰুণৰাম ফুকনৰ কৰ্ম্মময় আপকুগীয়া যুগৰ মহৎ পৰিচয় জনা স্বত্বেও বিস্তৃত আকাৰে জীৱনীৰ কাৰ্য্য সম্পাদনৰ সম্ভৱপৰ নহ'ল। তথাপি ৰাইজৰ ব্যগ্ৰতালৈ চাই সাধ্যানুসাৰে যি পাৰিছোঁ, তাকেই "তৰুণবীৰৰ" পূজাৰ অঞ্জলি হিচাবে ৰাইজলৈ আগ বঢ়ালোঁ।

ফুকন বংশৰ জীয়াৰী গুৱাহাটী "পঞ্চৱতী" স্থাপন কৰ্ত্তা সাধক স্বৰ্গীয় যোগেশ্বৰ কটকীৰ সহধৰ্ম্মিণী সাধবী শ্ৰীযুতা হীৰাৱতী দেৱীৰ মুখে তৰুণৰাম ফুকনৰ বাল্যকাল আৰু বংশৰ বিষয় জানিবৰ সুবিধা পোৱাত তেখেতৰ ওচৰত মোৰ আন্তৰিক ধন্যবাদ।

অসম কেশৰী তৰুণৰাম ফুকনৰ মৃত্যুৰ পাছত পৃথিৱীৰ মহাযুদ্ধৰ সমৰাগ্নি জ্বলি উঠে, তাৰ ফল স্বৰূপে দিনক দিনে বিশ্ব থলকনি ৰাজনৈতিক শক্তিৰ প্ৰখৰ ঢেউ প্ৰৱল হৈ বাঢ়ি উঠে আৰু জগতবাসীৰ মনত বৰ ভয়ঙ্কৰ অশান্তিৰ সৃষ্টি হয়।

এই বিশ্ব বিয়পি মহা প্ৰলয়ৰ যুগ সূচনা হোৱাৰ পাছত "আসাম ফাইন প্ৰিন্টাৰ্ছত" অসম জাতীয় প্ৰসিদ্ধ বীৰ তৰুণৰাম ফুকনৰ জীৱনীৰ ছপাৰ কাৰ্য্য আৰম্ভ হয়। এই অনুষ্ঠানৰ মেনেজাৰে কামৰ দায়িত্ব সুবুদ্ধি বিশ্বাস ভঙ্গ কৰে আৰু "কুৰড়যন্ত্ৰ" কৰি এই গৰাকী ভাৰত বিখ্যাত যশস্যাশালী নেতাৰ জীৱনী স্বইচ্ছাই কম অৰ্দ্ধেক বছৰমান বন্ধ ৰাখে। এই সম্পৰ্কে গ্ৰন্থকাৰে অকলসৰে দুঃসাধ্য সংগ্ৰাম চলাব লগীয়াত পৰে। অসম জাতীয় গৌৰৱ সম্পদ মহামান্য ফুকন ডাঙৰীয়াৰ জীৱনী আটক হৈ থকাত এই "শ্ৰেষ্ঠ বীৰৰ" সম্মানাৰ্থে এই "দুষ্ট দুৰ্দ্দান্তৰ" লগত যুঁজ কৰি বহুতো বিপদ-বিঘিনি অতিক্ৰম কৰিবলগীয়া হয়। নানান আহুকালৰ মাজেদি জীৱনীৰ কাৰ্য্য কৰিবলগীয়া হোৱাত ছপাৰ কামত বেমেজালি থাকিব পাৰে। ভূল-ভ্ৰান্তিৰ কাৰণে ৰাইজৰ ওচৰত ক্ষমা খুজিলোঁ। ইতি

বিনীত
বৰ্ম্মন বনমালী
এল, বৰুৱা এণ্ড এন্ কাকতি

প্ৰাগজ্যোতিষপুৰ
১৮এপ্ৰিল ১৯৪০

# উছৰ্গা

ভাৰতৰ ৰাষ্ট্ৰগুৰু জগত বৰেণ্যে যুগাৱতাৰ মহাত্মা গান্ধিৰ পৱিত্ৰ নামত আন্তৰিক ভক্তি আৰু শ্ৰদ্ধাৰে এই অসম ৰাষ্ট্ৰগুৰু যুগাৱতাৰ দেশভক্ত তৰুণৰাম ফুকনৰ জীৱনী অৰ্পণ কৰিলোঁ। ইতি—

ফটিক এণ্ড লেম্ব বোড জংচন
উজানবাজাৰ, গুৱাহাটী
বহাগ শক ১৮৬২

—বনমালী—

# সূচী

---

# পাতনি

ভাৰত পৃথিবীত চিৰপ্ৰসিদ্ধ দীপ্তিময়ী দেশ। যেতিয়া গোটেইখন পৃথিবী অজ্ঞান আন্ধাৰত, তেতিয়া এই পূণ্যভূমি ভাৰতবৰ্ষ জ্ঞানৰ পোহৰেৰে ভোটা তৰাৰ দৰে জিলিকি আছিল। আৰ্য্য যুগত পৱিত্ৰ আৰ্য্য ঋষি সকলে বেদ, পুৰাণ, দৰ্শণ, সংহিতা আদি মূল গ্ৰন্থবোৰ ৰচনা কৰি ভাৰতত অক্ষয় জ্ঞানৰ ভাণ্ডাৰ প্ৰতিষ্ঠা কৰি গৈছে। সুবিজ্ঞ আৰ্য্য ঋষি সকলে জ্ঞান চৰ্চ্চাৰ প্ৰতিভাৰ বলত বিজ্ঞানৰ দূৰবীন লগাই নানা তত্ত্ব উলিয়াব পাৰিছিল আৰু তত্ত্ব বিদ্যাত কৃতকাৰ্য্য হৈ পাণ্ডিত্যৰ পৰিচয় দিছিল। ধনুৰ্বিদ্যাৰে, আগ্নেয় অস্ত্ৰেৰে দেশ বিদেশত দিগ্বিজয় কৰিছিল। প্ৰথম জ্ঞান চৰ্চ্চা হয় ভাৰতত, প্ৰথম জ্ঞানৰ ভাণ্ডাৰ প্ৰতিষ্ঠা হয় ভাৰতত, প্ৰথম সভ্যতা আৱিৰ্ভাৱ হয় ভাৰতত, প্ৰথম ৰাজনীতি উদ্ভৱ হয় ভাৰতত, বিজ্ঞান আৰু দৰ্শণ শাস্ত্ৰ আলোচনা হয় পোন প্ৰথমে ভাৰতত। ভাৰত বিধতাৰ বৰ পুত্ৰ। আৰ্য্য যুগৰ পৰাই ভাৰত এখন অৱতাৰী দেশত পৰিগণিত হৈছে। এই দেশতে অৱতাৰ সকলে জনম লৈ ভাৰতৰ সুযশ বঢ়াইছে। এই পূণ্যভূমি ভাৰততে ঋষি, মুনি, সাহিত্যিক, বৈজ্ঞানিক, ৰাজ-নীতিজ্ঞ, ধৰ্ম্মনীতিজ্ঞ আদি মহাপুৰুষ সকলে জনম লৈ অসন্তৰক সন্তৰ কৰি ভাৰতবৰ্ষক জগতত মধ্যাহ্ণ সূৰ্য্যৰ দৰে দীপ্তিমান কৰিছে। ভাৰত- বুৰঞ্জী পৃথিবীৰ এটা অনুপম বস্তু। আৰ্য্য যুগ, হিন্দু যুগ, পাঠান যুগ, মোগল যুগ আৰু ইংৰাজ যুগত ভাৰতৰ প্ৰাচীন সভ্যতা, প্ৰাচীন সাহিত্য বিজ্ঞান, প্ৰাচীন ৰাজনীতি, প্ৰাচীন শিক্ষানীতি, প্ৰাচীন ধৰ্ম্মনীতি, সমাজনীতি প্ৰভৃতি প্ৰধান প্ৰধান বিষয় বিলাকত পৃথিবীত দীপ্তিময়ী গৌৰৱ প্ৰতিভাৰ চিনাকি দি আহিছে। পৃথিবীৰ মেধাবি শক্তিশালী জাতিয়ে ভাৰতৰ জ্ঞান ভাণ্ডাৰৰ আদৰ্শ লৈ অসন্তৰক

সম্ভৱ কৰি, নানান তথ্য আৱিষ্কাৰ কৰি বিশ্ব বিয়াপি বৈজ্ঞানিক যুগৰ সূচনা কৰিছে। পৃথিবীৰ সভ্যতা সাগৰত বুৰ মাৰিলেও ভাৰতবৰ্ষৰ প্ৰাচীন সভ্যতা কেতিয়াও ডুব নাযায়।

চিৰপ্ৰসিদ্ধ ভাৰতভূমিৰ ভিতৰত অসম দেশ। অসম অতি পুৰণি ৰাজ্য। অতীজৰে পৰা আৰ্য্য হিন্দু সকলে এই দেশত বাস কৰিছে। মহাভাৰত, পুৰাণ আদি পুৰণি পুথিত এই দেশৰ নাম পোৱা যায়। বশিষ্ঠ আদি প্ৰসিদ্ধ ঋষিয়ে এই দেশত তপস্যা কৰিছিল। অসম প্ৰাচীন দেৱ-দেৱীৰ মন্দিৰেৰে ভৰা। ইয়াত পৰশুৰাম কুণ্ড আদি তীৰ্থ আছে। এই দেশতে কৌণ্ডিল্য, শোণিতপুৰ, কামৰূপ, মণিপুৰ, হিড়িম্বপুৰ, জয়ন্তা আদি কৰি প্ৰাচীন ৰাজ্য আছিল। অসম পুৰণি ঐতিহাসিক মূল্যবান ঘটনাৰে পূৰ্ণ। এই দেশৰ বহুত ঠাইতে পুৰণি নগৰৰ চিন, দেৱালয়ৰ ভগ্নাৱশেষ, শিলৰ মূৰ্ত্তি, শিলৰ ঘৰ আৰু শিলৰ ওপৰত কটা আখৰ আছে। এই বিলাকৰ পৰা সুন্দৰকৈ জানিব পাৰি যে, অসম আগেয়ে এখন সভ্য আৰু উন্নত দেশ আছিল। বিশেষকৈ এই দেশত পূৰ্ব্বে সংস্কৃতৰ বৰ চৰ্চ্চা হৈছিল। এই অসম দেশতে অগাধ পণ্ডিতৰ জন্ম হৈছিল। যোগিনী তন্ত্ৰ, ৰত্নমালা, ব্যাকৰণ আদি ভালেমান ভাল সংস্কৃত পুথি অসমীয়া পণ্ডিতে লিখিছিল। সাহিত্য ক্ষেত্ৰত শঙ্কৰদেৱ, মাধৱদেৱ, পুৰুষোত্তম ঠাকুৰ, অনন্ত কন্দলি, ৰাজনৈতিক ক্ষেত্ৰত নৰকাসুৰ, ভগদত্ত, লাচিতৰ নিচিনা মহাপুৰুষ সকল এতিয়া নোপজে। অৱশ্যে অকল পুৰণি বস্তুৰেই অসমীয়াই সভ্যতা, স্বাধীনতা আৰু উন্নতিৰ খটখটিত আগ বাঢ়িব নোৱাৰে। আমাৰ পুৰণি সভ্যতা, পুৰণি ভাষা, পুৰণি স্বাধীনতা, পুৰণি ভাব বিলাক এই কালৰ নিমিত্তে সম্পূৰ্ণ নহয়। আমাক ইংৰাজী সভ্যতা, ইংৰাজী ভাষা, ইংৰাজী ভাব আৰু ইংৰাজী ৰাজনৈতিকো লাগে। দুইৰো সাৰ অংশ বাচি লব পাৰিলেই আমাৰ উন্নতি সম্পূৰ্ণাঙ্গ হব। ন পুৰণি দুয়োকো মিহলাব লাগে, দুইৰো সামঞ্জস্য হব লাগে। নহলে আমাৰ জাতীয় জীৱনৰ



শ্ৰীবৃদ্ধি হব নোৱাৰে। ই বৰ গুৰুতৰ কাম। এই বিষয়ত আমাক আহিঁ লাগে আৰু পথ দেখাওতা যোগ্যবান নেতা লাগে। বৰ্ত্তমান বৈজ্ঞানিক যুগত অসমৰ গৌৰৱসূৰ্য্য মাৰ গৈছে, ভাগ্যলক্ষ্মীয়ে সাগৰত বুৰ মাৰিছে, কিন্তু যিমান দিন জগতত চন্দ্ৰ দিবাকৰ থাকিব, সিমান দিন অসমৰ গৌৰৱৰ চিন একেবাৰেই নাযায়। যেতিয়ালৈকে হিন্দুৰ শ্ৰুতি আৰু স্মৃতি আছে, কাব্য আৰু অলঙ্কাৰ আছে, ব্যাকৰণ আৰু অভিধান আছে, তেতিয়ালৈকে অসমৰ আগৰ গৌৰৱ হ্ৰাস পালেও লোপ নাপায়।

বিশ্ব সাহিত্য ভাণ্ডাৰৰ যাউতি যুগীয়া বেদ, পুৰাণ, সংহিতা ৰামায়ণ, মহাভাৰত প্ৰভৃতিৰ পাতে পাতে যি প্ৰাগ্‌জ্যোতিষপুৰৰ নাম সোণোৱালি আখৰেৰে জিলিকি আছে, আৰু যাৰ বীৰপুত্ৰ ভগদত্ত, নৰকাসুৰ আদিয়েই এদিন জননীৰ বিজয় ডঙ্কা বজাই মৰ্ত্ত্যবাসীক স্তম্ভিত কৰিছিল, সেই মহানগৰী প্ৰাগ্‌জ্যোতিষপুৰেই আমাৰ গুৱাহাটী।

প্ৰাগ্‌জ্যোতিষপুৰৰ প্ৰাকৃতিক দৃশ্য বৰ্ণনাতীত। ইয়াৰ কেউফালে মনোমোহা পাহাৰ, বিনন্দীয়া হাবি-বননি, নদ-নদী, গছ-লতিকা আদিয়েই বিতোপন শোভা কৰি আছে। যোগী-গৃহ-গুহা শ্ৰেণীৰে পৰিবেষ্টিত হৈ থকাৰ কাৰণেই প্ৰাগ জ্যোতিষপুৰৰ নাম গুৱাহাটী হ'ল। মহা পূণ্যবাণ বিশাল ব্ৰহ্মপুত্ৰ নদ এই নগৰৰ অন্তৰেদি বৈ যোৱাত গুৱাহাটীক অতি লাৱণ্যময়ী আৰু স্বাস্থ্যকৰ কৰি তুলিছে। এই নন্দন কাননৰ চমৎকাৰ মনোহাৰিণী দৃশ্যত তীৰ্থ-যাত্ৰী, ভ্ৰমণকাৰী আক্ৰমণকাৰী আদি সকলোৱে মুগ্ধ নহৈ থাকিব নোৱাৰে। প্ৰকৃতিয়ে অতি বদান্যতাৰে সজাই পৰাই অপৰিমিত সৌন্দৰ্য্য দান কৰিছে। ইয়াৰ প্ৰাকৃতিক দৃশ্য-বোৰ ইমান সুন্দৰ যে পৃথিবীৰ কোনো ঠাইৰ প্ৰাকৃতিক দৃশ্যই তাক চেৰ পেলাব নোৱাৰে।

প্ৰাগ্‌জ্যোতিষপুৰ এখন আপুৰুগীয়া দেৱপুৰী দেশ। দেৱ-দেৱীৰ মঠ-মন্দিৰেৰে ভৰপুৰ হৈ থকাৰ কাৰণে ইয়াক পূণ্যভূমিও বোলে। বিদেশী

আক্ৰমণকাৰীৰ অন্যায় অত্যাচাৰ আৰু কালৰ প্ৰবল গতি উলাই কৰি আনিও প্ৰাগ্‌জ্যোতিষপুৰৰ অতীত গৌৰৱ কাহিনী জগতক সোঁৱৰাই আছে। স্বৰ্গদপী গৰিয়সী এই পূণ্যভূমিৰ অন্তৰ্গত কামাখ্যা, ভূৱনেশ্বৰী, অশ্বক্লান্ত, উমানন্দৰ সন্মুখত ব্ৰহ্মপুত্ৰ আৰু ভৰলু নদীৰ প্ৰেম মিলনৰ নিচেই কাষৰ সৌন্দৰ্য্য লীলাভূমি পশ্চিম গুৱাহাটীতেই ভাগ্যদেৱীৰ জ্যেষ্ঠ পুত্ৰ ভাৰত আৰু অসম মাতৃৰ গৌৰৱৰ সন্তান দেশপূজ্য কুৰি শতিকাৰ অসমৰ ৰাজনৈতিক অৱতাৰ দেশভক্ত তৰুণৰাম ফুকনৰ আৱিৰ্ভাৱ হয়।

---

# তৰুণ স্মৃতিত

## ডাঃ ৰাজেন্দ্ৰ প্ৰসাদ

শ্ৰীযুত ফুকনৰ মৃত্যুৰ বাতৰি পাই মৰ্ম্মাহত হৈছোঁ। সেই তাহানি অসহযোগ আন্দোলনৰ সময়ৰ পৰাই মই তেওঁক জানিবলৈ সুযোগ পাইছিলোঁ। তেওঁ এজন সাহসী আৰু বিদগ্ধ যোদ্ধা আছিল আৰু দেশৰ কাৰণে বিস্তৰ ত্যাগ কৰিব পাৰিছিল। এসময়ত তেওঁ তেওঁৰ প্ৰদেশৰ অবিসম্বাদী নেতা আছিল আৰু যদিও শেষৰ কাল ডোখৰত সহকৰ্ম্মী সকলৰ লগত মত বিৰোধ হৈ অৱসৰীয়া যেন জীৱন যাপন কৰিছিল, তথাপি দেশকৰ্ম্মী আৰু প্ৰসিদ্ধ নেতা হিচাপে তেওঁৰ স্থান অকণো নমা নাছিল। এই সন্ধিক্ষণত তেওঁৰ মৃত্যুত এটা ডাঙৰ ক্ষতি। মোৰ স্বাস্থ্য ভাল নথকা বাবে আৰু এই বেয়া স্বাস্থ্যলৈও এবাৰ নোৱাৰা কাম কিছুমানত বৰকৈ লাগিব লগা হোৱাত আজিৰ সভাত উপস্থিত থাকিব নোৱাৰি মই বৰ দুঃখ পাইছোঁ।

---



# শ্ৰীযুত সুভাষ বসু

শ্ৰীযুত তৰুণৰাম ফুকনৰ অকাল মৃত্যুত আমাৰ শোক প্ৰকাশ কৰিবলৈ আৰু তেখেতৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি দিবলৈ পতা আজিৰ সভাত উপস্থিত থাকিব নোৱাৰা বাবে মই দুখ পাইছোঁ। শ্ৰীযুত ফুকন অসমৰ বিখ্যাতম নেতা বিলাকৰ এজন আছিল। ১৯২২ চনত দেশবন্ধু চিত্তৰঞ্জন দাসৰ লগত স্বৰাজ্য পাৰ্টি গঠনত যোগ দিয়াৰ পৰাই মই তেখেতক জানি আহিছোঁ। দেশবন্ধুৰ মাজত কৰা প্ৰথম সাফল্যমণ্ডিত ভ্ৰমণৰ সময়ত শ্ৰীযুত ফুকন তেখেতৰ লগত আছিল আৰু তাৰ পিছৰ পৰাই তেখেতে স্বৰাজ্য পাৰ্টিৰ কাৰ্য্যত নানা ভাবে সহায় কৰিছিল। তেতিয়াৰ পৰাই মোৰে তেখেতৰ লগত ব্যক্তিগত পৰিচয় হয়। তেখেত এজন প্ৰকৃত ভদ্ৰলোক আছিল আৰু অমায়িক আৰু আনক সহজে জয় কৰিব পৰা আছিল। কংগ্ৰেছৰ নীতি আৰু কৰ্ম্মধাৰা পূৰ্-পূৰীভাবে মানি নচলাত তেখেতৰ বন্ধু বিলাকে আচৰিত আৰু দুখিত হৈছিল। কিন্তু শেষত তেখেতে আকৌ কংগ্ৰেছৰ কামত উদ্যমেৰে লগা দেখি আমি আশ্বস্ত হৈছিলোঁ। যোৱা বেলি মই অসমলৈ যাওঁতে তেখেতে আমাৰ কামত যথেষ্ট ৰকমে সহায় কৰিছিল আৰু আমি আশা কৰিছিলো যে, তেখেতে হয়তো কংগ্ৰেছৰ কামৰ ক্ষেত্ৰত এটা ডাঙৰ অংশ গ্ৰহণ কৰিব। কিন্তু আমি আকস্মিক ভাবে তেখেতৰ মৃত্যুৰ সংবাদহে পাবলগীয়া হ'ল। তেখেতৰ মৃত্যুত আমি এজন প্ৰকৃত বন্ধু, খাটি ভদ্ৰলোক, অকপট দেশহিতৈষী আৰু প্ৰসিদ্ধ নেতাৰ বাবে শোক কৰিবলগীয়া হ'ল। তেখেতৰ আত্মাই শান্তি লভক, ইয়াকে কামনা কৰিছোঁ।

---

দেশভক্ত

# তৰুণৰাম ফুকন

## বংশ আৰু জন্ম



১৭৯৯ শকৰ ৮ মাঘৰ দিনা কামৰূপৰ প্ৰাগ্‌জ্যোতিষপুৰত দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ৺বলোৰাম ফুকন আৰু মাতৃৰ নাম ৺ভাগীৰথী ফুকনী।

আদিতে ফুকনৰ পৰিয়ালটো অসমৰ যোৰহাট অঞ্চলৰ টিয়কৰ মানুহ। প্ৰাচীন কালত অহম ৰজাই টিয়কৰ পৰা কামৰূপলৈ আনে! এই পৰিয়ালটোক অহম ৰজাই থাৰঘৰিয়া ফুকন উপাধিৰে ভূষিত কৰে আৰু লগত প্ৰচুৰ ধন সম্পত্তি দান কৰে। এই ফুকনৰ বংশই অহম ৰজাৰ দিনৰে পৰা বৃটিছৰ শাসনৰ যুগতো মহান গৌৰৱৰ চিনাকি দি আহিছে। চিৰশ্ৰদ্ধা ভাজন স্বদেশবৎসল ৺আনন্দৰাম ঢেকীয়াল ফুকনৰ কথা অসমীয়াৰ অবিদিত নহয়। অসম দেশৰ ইংৰাজৰ আমোলৰ তেখেতেই সৰ্ব্ব প্ৰধান দেশকৰ্ম্মী লোক। ইতিহাস প্ৰসিদ্ধ আনন্দৰাম ঢেকীয়াল ফুকনে এই অসম দেশৰ কাৰণে যথেষ্ট সুযশৰ কাম কৰি গৈছে। তৰুণৰাম ফুকন সেই আনন্দৰাম ফুকনৰে আপোন ভতিজাক, ই বৰ সুশোভন কথা যে ৰ দেউতাক আনন্দৰাম ফুকনৰ দৰেই তৰুণ ফুকনৰ নামো এই দেশৰ ৰঞ্জীত সোণৰ আখৰেৰে চিৰন্তণীয়াকৈ জিলিকি থাকিব। তৰুণ ফুকনে এই অসম দেশৰ ৰাজনৈতিক ক্ষেত্ৰত যুগান্তৰ সৃষ্টি কৰি গৈছে। তেখেত নোহোৱা হলে অসম দেশৰ ৰাজনৈতিক ক্ষেত্ৰত চিন্তাধাৰ কিগনি বৰ্ত্তমান চলিত সুতিৰে প্ৰৱাহিত নহলহেতেন।

৺বলোৰাম খাৰঘৰিয়া ফুকন আছিল ভাৰত জন্মজাত অসমৰ বিজনি ৰজাৰ দেৱান। তেওঁৰেই আছিল অসম বিখ্যাত হাতীৰ মহল। অতুল ঐশ্বৰ্য্য ধন সম্পত্তিৰে তেওঁ বংশৰ মৰ্য্যদা বঢ়াইছিল। ৺বলোৰাম ফুকনৰ জীৱন, নবীন, বিপিন আৰু তৰুণ নামে চাৰি জন পুত্ৰ। আটাই কেজনে স্বৰ্গপ্ৰাপ্তি হৈছে। বলোৰামৰ মৃত্যুৰ পাচত তেওঁৰ ডাঙৰ পুতেক জীৱনে বিজনি ৰজাৰ দেৱান হৈছিল। অহম ৰজা সকলৰ ৰাজত্বত ফুকনৰ বংশই যথেষ্ট সহায় আৰু সন্মান পাই আহিছে। এই বংশৰ সুযোগ্য সন্তানে বৃটিছৰ আমোলতো বংশৰ গৌৰৱ উজলাই জগতত অক্ষয় কিৰণ বিতৰণ কৰিছে।

## শিক্ষাৰ কাল

১৮১৪ শকত ১৫ বছৰ বয়সত তৰুণৰাম ফুকনে গুৱাহাটী কলেজিয়েট স্কুলৰ পৰা সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে। নিজৰ দক্ষতাৰ গুণে স্কুলত বৃত্তি ভোগ কৰিব পাৰিছিল। তৰুণ ফুকন পিতৃ-মাতৃ ভক্ত আছিল। কেচুৱা অৱস্থাৰে পৰা তৰুণ ফুকনে ৰাজকুমাৰৰ দৰে আদৰ পাই লালিত-পালিত হৈছিল। সৰুৰে পৰা তেওঁ অতি আমোদ প্ৰিয় আৰু বিলাসী আছিল, যদিও মানুহৰ দুঃখ দুৰ্গতি দেখিলে তেওঁৰ অন্তৰ শোকত গলি গৈছিল। বদান্যতা অধ্যৱসায়, কষ্ট সহিষ্ণুতা, সাহিত্য, সঙ্গীত চৰ্চ্চা, অধ্যায়ন, দৈনিক শক্তি, উৎসাহ, খেল-ধেমালি, চিকাৰ আদি বিষয়ত তৰুণ ফুকনক চেৰ পেলাব পৰা লৰা অতি কমেই আছিল। পঢ়া-শুনাত তেওঁৰ বৰ ধাউতি আছিল। সেই সময়ত গুৱাহাটীত কলেজ নথকাৰ কাৰণে নবীন উৎসাহী ডেকা তৰুণ ফুকনে অনেক বাধা বিঘিনি কাতি কৰি থৈ, উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায় আৰু তাত থকা প্ৰেচিডেন্সি কলেজত ভৰ্ত্তি হয় গৈ। সেই কলেজত দুবছৰ পঢ়ি ১৮১৭ শকত এফ্-এ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮২০ শকত তেওঁ বি, এ পৰীক্ষা দি পৰীক্ষাত অকৃতকাৰ্য্য হয়। আকৌ সেই কলেজতে তেখেতে বি, এৰ নিমিত্তে কিছুকাল পঢ়া শুনা কৰি দ্বিতীয় বাৰ পৰীক্ষা দিবলৈ নহল। ১৮২১ শকত ফুকনে প্ৰেচিডেন্সি কলেজ এৰে। বি, এ পৰীক্ষা পাছ কৰা আশা মনৰ পৰা ত্যাগ কৰি বেৰিষ্টাৰ হবলৈ বিলাতলৈ যাব বুলি মনতে পাঙিছিল আৰু গলেও। সেই কালৰ তৰুণ ফুকন আছিল এজন বিনয়ী, আত্মাসন্মানী, সুৰুচিপন্ন, প্ৰিয় দৰ্শণ, কুমলীয়া ডেকা। তেওঁ ইডেন হোষ্টেলত থাকি প্ৰেচিডেন্সি কলেজত পঢ়িছিল। ইডেন হোষ্টেলত থকা আৰু প্ৰেচিডেন্সি কলেজত পঢ়াৰ এটা ডাঙৰ লাভ হৈছিল যে, তাত ফুকনে বঙ্গদেশৰ অনেক বিখ্যাত ডাঙৰ মানুহবোৰে সৈতে বন্ধুতা কৰিবলৈ বিশেষ সুযোগ ঘটিছিল। বুদ্ধিমান, সদালাপি আৰু প্ৰিয়ভাষী তৰুণ ফুকনে সেই সুযোগ সম্পূৰ্ণৰূপে সদব্যৱহাৰ কৰিব জানিছিল। সেই বাবেই ছাত্ৰ জীৱনৰ পাছতো, বঙ্গদেশত তেওঁৰ অনেক ডাঙৰ ডাঙৰ লোকেৰে বিশেষ ঘনিষ্ঠ বন্ধুতা আছিল। তেওঁ কলিকতালৈ গলে, অনেক ডাঙৰ লোকৰ ঘৰত নিমন্ত্ৰণ ৰক্ষা কৰিব লগাত পৰিছিল।

তৰুণ ফুকন ছাত্ৰ জীৱনতে উৰা-পিন্ধা, কথা বাৰ্ত্তা, ফুৰা চকা সকলোতে বৰ চখীন আছিল। সকলো কথাতেই তেওঁৰ বৈশিষ্ট্য আছিল, যি সৰ্ব্বসাধাৰণ মানুহৰ গাত নাই। তেওঁ যিহকে পিন্ধক, তাক এনে লনি লগাই পিন্ধিব জানিছিল, যিহকে কওক তাকে এনে ধুনীয়াকৈ কব পাৰিছিল যে, তেওঁৰ পিন্ধন উৰণ কথন মথন দেখি, মানুহে স্বভাৱতে তেওঁৰ প্ৰতি শ্ৰদ্ধাবান হৈ আকৃষ্ট হৈছিল। বাইছাইকেল ওলোৱা তেতিয়া সৰহ দিন হোৱা নাছিল, কলিকতাতো তেতিয়া তাৰ সংখ্যা নিচেই তাকৰহে আছিল। কিন্তু চখীন তৰুণ ফুকনে, সেই কালতে কলিকতা চহৰত সদায় বাইছাইকেলত উঠি ফুৰিছিল। বোধ হয় অসমীয়াৰ ভিতৰত প্ৰথমে বাইছাইকেলত উঠোতা আছিল তৰুণ ফুকন।

## বিলাতৰ খৰচ

সুবিশিষ্ট মানুহৰ গাত অনেক গুণৰ সমাবেশ থকাৰ প্ৰয়োজন। তৰুণ ফুকন সেই সকলো বিলাক গুণৰ অধিকাৰী আছিল। তেওঁৰ দৰে সুশিক্ষিত, সুমাৰ্জ্জিত, সদ বিবেচক, লোকৰঞ্জক লোক দেশতেই বিৰল হে দেখা যায়। সুদক্ষতা গুণ থকাৰ কাৰণেই ফুকনে বিলাতত যি খৰচ-পাতি লাগিছিল, সেই সকলো খিনি তেওঁ নিজ বাহু বলেৰে আৰু যত্নেৰে হে যোগাৰ কৰি লৈছিল। বিলাতৰ পঢ়া খৰচৰ বাবে তেওঁ নিজে ভোলা নাথ নামে এজন বিখ্যাত জমিদাৰৰ পৰা সাত হাজাৰ টকাও ধাৰ লৈছিল। বিলাতৰ পৰা ঘূৰি অহাৰ পাচতে ফুকনে জমিদাৰৰ আটাই খিনি ঋণ পৰিশোধ কৰিলে। বিলাতত পঢ়া সম্পৰ্কে ফুকনে বহুতো গণ্য-মান্য ভদ্ৰলোকৰ পৰা যথেষ্ট সহানুভূতি পাইছিল।

## বিলাত যাত্ৰা

১৮২২ শকত ২৩ বছৰ বয়সত তৰুণ ৰাম ফুকন বেৰিষ্টাৰি পঢ়িবলৈ বিলাতলৈ যায়। তাত তেওঁ তিনি বছৰ কাল আছিল। এই সময়ৰ ভিতৰতে এবাৰ স্বদেশলৈ ফিৰি আহে—আকৌ তেওঁ বিলাতলৈ ঘূৰি যায়। ইয়াৰ পাচত বেৰিষ্টাৰি পৰীক্ষা দি পৰীক্ষাত উত্তীৰ্ণ হয়। বিলাতত থাকোতেও সম্ভ্ৰান্ত ভদ্ৰ সন্তানৰ আৰ্হিৰে, ভাল ঘৰত, ভাল সাজ-সজ্জাৰে সন্মানিত ৰূপেৰে বাস কৰিছিল।

## বেৰিষ্টাৰিত

১৮২৬ শকত ফুকনে বিলাতত বেৰিষ্টাৰি পাছ কৰি স্বদেশলৈ ফিৰি আহে। তেওঁ বিলাতৰ পৰা ফিৰি আহি প্ৰথমে কলিকতা হাই কোৰ্টত বেৰিষ্টাৰি কৰে। অসম দেশৰ প্ৰথম বেৰিষ্টাৰ আছিল,— আনন্দ ৰাম বৰুৱা, দ্বিতীয় বেৰিষ্টাৰ আব্দুল মজিদ চাহাব আৰু তৃতীয় বেৰিষ্টাৰ তৰুণ ৰাম ফুকন। তেওঁ যেনে তীক্ষ্ণ বুদ্ধিৰ যোগ্যবান পুৰুষ আছিল



কলিকতাত সৰহ দিনলৈ বেৰিষ্টাৰি কৰি থাকিব পৰা হলে, এদিন নিশ্চয় হাই কোৰ্টৰ বেঞ্চলৈকে উঠিল হেতেন, ই একপ্ৰকাৰ ধ্ৰুপ কথা।

তৰুণ ফুকন অতি সুশিক্ষিত পুৰুষ আছিল। অকল বেৰিষ্টাৰি পাছ কৰাই সুশিক্ষিত নহয়। পৃথিবীৰ সমস্তবোৰ বিশ্ববিদ্যালয়ৰ চূড়ান্ত উপাধি বাজিৰে ভূষিত হলেও, মানুহৰ মনটো উন্নত আৰু উদাৰ নহলে, মানুহ বিবেকী নহলে, মানুহ সুবিশিষ্ট নহলে, সুশিক্ষিত বুলি অভিহিত হবৰ যথাৰ্থতে অধিকাৰী নহয়। তেওঁৰ দৰে উন্নতমনা উদাৰ চিতীয়া, সদবিবেচক আৰু ভদ্ৰোচিত গুণৰ মানুহ দেশৰ ৰত্ন স্বৰূপ। যিমান ওখ থাপৰ সমাজতে নহওক, নিজৰ সুৰুচি আৰু সজ আচৰণৰ গুণত, তেওঁ সকলোৰে শ্ৰদ্ধাভাজন হব পাৰিছিল। কলিকতাত থকা কাল ডোখৰত ফুকনে সকলো প্ৰকাৰে জ্ঞান আৰু বিদ্যা অৰ্জ্জন কৰাত বৰ ব্যস্ত আছিল। শাৰীৰিক শক্তিৰ ব্যায়াম চৰ্চ্চা আদিতো মনপুতি লাগিছিল। তেতিয়াৰ পৰা ফুকন ডাঙৰীয়াই কৰ্ম্মময় জীৱনৰ সপোন দেখিছিল আৰু অসমী আইৰ দুৰৱস্থা দেখি কলিকতাত থাকিও অসমী আইৰ উন্নতিকল্পে সকলো আন্দোলন আৰু অনুষ্ঠানত তেওঁ যোগ দিয়ে। সেই সময়ৰ অসমীয়া 'জোনাকী', 'বিজুলী' আদি কাকততো সুৱলা প্ৰবন্ধাদি দি নিজে সাহিত্য চৰ্চ্চাত মনপুতি লাগিছিল।

১৮২৬ শকত বিলাতত বেৰিষ্টাৰি পৰীক্ষা সুখ্যাতিৰে পাছ কৰি তৰুণ ৰাম ফুকন ভাৰতভূমিলৈ প্ৰত্যাগমন কৰে। ইয়াৰ পাছত তেওঁ নিজৰ জন্মভূমি প্ৰাগজ্যোতিষপুৰলৈ আহে। ফুকনে বিলাতত তিনি বছৰ কাল থাকি লগত আনিলে অসীম সাহসতা, অসীম উদ্যম, হৃদয়ত স্বাধীন প্ৰেৰণা আৰু জ্ঞান গৰিমাপূৰ্ণ অশেষ অভিজ্ঞতা। তেওঁ বিলাতৰ উচ্চ শ্ৰেণীৰ লগত ফুৰি চাকি স্বাধীন দেশৰ গতি-বিধি পৰ্য্যবেক্ষণ কৰি সেই ভাবাপন্ন হৈ স্বাভাৱিকতে ভাৰতবৰ্ষত থাকি সুখ পোৱা নাছিল। কিন্তু নিজৰ দেশৰ দুখ দৈন্য অন্নবস্ত্ৰৰ জটিল সমস্যা মনৰ পৰা আঁতৰ হোৱা

নাছিল। তেখেতৰ গুণৰ পৰিচয় পায় সদাশয় ইংৰাজ গৱৰ্ণমেণ্টে অনেক বাৰ উচ্চ ৰাজপদ যাচিছিল। কিন্তু স্বাধীন ভাৱ প্ৰিয় স্বদেশ হিতৈষী উচ্চ অভিলাসী তৰুণে চাকৰি গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰিলে। তেওঁ বিলাতৰ পৰা আহিয়েই ভাৰতৰ প্ৰসিদ্ধ চহৰী কলিকতা হাইকোৰ্টত নিজৰ বেৰিষ্টাৰি আৰম্ভ কৰে। বেৰিষ্টাৰি ব্যৱসায়ত যথেষ্ট অভিজ্ঞতা লাভ কৰে। কলিকতা হাইকোৰ্টত তেওঁ ৰূপে গুণে, জ্ঞান গৰিমাই এজন জাকত জিলিকা বেৰিষ্টাৰ হ'ল গৈ। ১৮২৬ শকৰ পৰা ১৮৩১ শকলৈকে পাচ বছৰ কাল অতি সুখ্যাতিৰে কলিকতাত বেৰিষ্টাৰি কৰে। ইয়াৰ পাছত তেওঁ মনত অদম্য উৎসাহ আৰু মহৎ আকাঙ্ক্ষা লৈ অসমী আইৰ দুৰ্ব্বল পিছপৰা অৱস্থাক নিৰাশাক পিছত দলিয়াই পেলাই কৰ্ম্মপিপাসু তৰুণ ফুকন ডাঙৰীয়াই কৰ্ম্ম সপোন বুকুত বান্ধি লৈ নিজৰ দেশলৈ আহি অসমৰ প্ৰসিদ্ধ নগৰী গুৱাহাটীত বেৰিষ্টাৰি আৰম্ভ কৰে। অলপ দিন বেৰিষ্টাৰি কৰিয়েই নবীন ডেকা বেৰিষ্টাৰ তৰুণ ফুকন ডাঙৰীয়াই আইন ব্যৱসায়ত অসাধাৰণ বুৎপত্তি লাভ কৰি আসামৰ ভিতৰত এজন সুবিজ্ঞ আইন বিশাৰদ অসীম প্ৰতিভাশালী বেৰিষ্টাৰ স্বৰূপে নামজলা হৈ উঠে। ফুকন ডাঙৰীয়াই গুৱাহাটীত বেৰিষ্টাৰিত যথেষ্ট ধন আৰু সুখ্যাতি অৰ্জ্জন কৰি অসমত এজন খ্যাতনামা বেৰিষ্টাৰ হৈ নিজক দীপ্তিমন্ত কৰি লব পাৰিছিল। অসমৰ ভিতৰতে প্ৰসিদ্ধ আউনিহাটীয়া সত্ৰৰ মোকৰ্দ্দমাত ফুকনে দহ হাজাৰ টকা বেৰিষ্টাৰি কৰি লৈছিল। নিজৰ সুনিপুনতাৰ গুণত তেখেতে বহুতো ডাঙৰ ডাঙৰ মোকৰ্দ্দমা পাইছিল।

## ৰাজনৈতিক ক্ষেত্ৰত

যি সময়ত তৰুণ ফুকনে কলিকতা চহৰীত বেৰিষ্টাৰি আৰম্ভ কৰে, তাৰ পাছৰ পৰাই ভাৰতত ৰাজনৈতিক ক্ষেত্ৰত কিছু বিপৰ্য্যয় ঘটিবলৈ ধৰে। ইংৰাজী ১৯০৫ চনত বঙ্গভঙ্গ আন্দোলন, স্বদেশী আন্দোলন, পিছত পঞ্জাব কেশৰী লালা ৰাজপাত ৰায়, অজিত সিংহৰ নিৰ্ব্বাচন আদিয়েই মহা প্ৰকোপে ভাৰতবাসীৰ মনত আতঙ্কৰ সৃষ্টি কৰে। ৰাষ্ট্ৰগুৰু লোকমান্য তিলক, অৰবিন্দ ঘোষ প্ৰভৃতিৰ ৰাজনৈতিক চিন্তাধাৰাই ভাৰতবাসীৰ মাজত ভয়ঙ্কৰ ঢৌ বোৱাই দিয়ে। সেই সময়তে ফুকনৰ মনত এটা জাতীয় প্ৰেৰণাই ঠাই ললে আৰু তেতিয়াৰে পৰা তেখেতৰ অন্তৰত ভাৰতৰ ৰাজনৈতিক সোঁত ধাৰা একেৰাহে বৈ আহিছে।



## বিবাহ আৰু ঘৰুৱা জীৱনত

১৮৩১ শকত তৰুণৰাম ফুকনে বিদেশী ৰজা, মহাৰজা, জমিদাৰ ধনী সম্প্ৰদায়ৰ ৰূপ লাৱণ্যময়ী ছোৱালীৰ লগত অতুল ঐশ্বৰ্য্য বিভূতি আৰু হাইকোৰ্টৰ আইনৰ সুযশ কিৰিটি, উচ্চ শ্ৰেণীৰ ভদ্ৰ সমাজ, অৰ্থ উপাৰ্জ্জনৰ মহামঘী গৌৰৱ প্ৰভৃতি বিসৰ্জ্জন দি কলিকতাৰ পৰা অসম ভূমিলৈ আহি কামৰূপৰ নিজ বাসস্থান গুৱাহাটীত নিগাজিকৈ বসতি কৰে। ইয়াৰ পাছত তেওঁৰ বিবাহ সমস্যা। তেওঁৰ বিয়া কৰোৱা ইচ্ছা সমুলি নাছিল। বঙ্গদেশৰ জগদ্বিখ্যাত কবি শ্ৰদ্ধেয় ৰবীন্দ্ৰ নাথ ঠাকুৰৰ সৌন্দৰ্য্যময়ী গুণৱতী জীয়েকৰ লগত নগদ দুলাখ টকা বহু মূলীয়া মাটিঘৰ, বস্তুবাহানি, আৰু ভাৰতীয় প্ৰথম গৱৰ্ণৰ বঙ্গদেশৰ সত্যান্ন প্ৰসন্ন লৰ্ড সিংহৰ ৰূপৱতী গুণৱতী মৰমৰ জীয়েকৰ লগত প্ৰচুৰ ধন সম্পত্তি দিয়া স্বত্বেও স্বদেশ প্ৰেমিক স্বাধীন প্ৰিয় তৰুণ ফুকনে আদৰ্শৰ মহান আহি দেখুৱাই সকলোকে স্বইচ্ছাই ত্যাগ কৰে। তৰুণ ফুকনৰ বিবাহ কৰোৱা উদ্দেশ্য সমুলি নাছিল যদিও বহুত গণ্য মান্য ভদ্ৰলোক আৰু নিজৰ পৰিয়াল বৰ্গৰ বিশেষ অনুৰোধত তেওঁ বিয়া কৰাবলৈ বাধ্য হ'ল। ১৮৩১ শকত ৩২ বছৰ বয়সত তৰুণৰাম ফুকনে ডিব্ৰুগড়ৰ শ্ৰীযুত পৰশুৰাম খাউণ্ড ই, এ, চিৰ জীয়েক স্বৰ্গীয় বিদ্যুৎপ্ৰভা

দেবী-ফুকনীক বিয়া কৰায়। তেওঁলোকৰ সন্তান সন্ততি ডাঙৰ পুতেক শ্ৰীযুত বলেন্দ্ৰৰাম ফুকন বি, এ সৰু পুতেক শ্ৰীনৃপেন্দ্ৰৰাম ফুকন, প্ৰতিভা আৰু ৰেণুকা নামে দুজনী ছোৱালী। প্ৰতিভা দেবীক বিয়া কৰায় তেজপুৰ দেশহিতৈষী ৺লক্ষীধৰ শৰ্ম্মা উকীল। আৰু ৰেণুকা দেবীক বিয়া কৰায় নগাওঁৰ শ্ৰীযুত মহেন্দ্ৰনাথ শৰ্ম্মা উকীল। তৰুণ ফুকনে সুখময় যৌবন কালত যেনেকৈ বিদ্যুৎপ্ৰভা দেবীক দাম্পত্য আৰু ঘৰুৱা জীৱনত আদৰ্শ সহধৰ্ম্মিণী স্বৰূপে পাই নিজে ধন্য হৈছিল। বিধাতাৰ বিধান ১৮৫৪ শকত বিদ্যুৎপ্ৰভা দেবীয়ে ইহলীলা ত্যাগ কৰে। ইয়াৰ ৬ বছৰ পিছত ১৮৬১ শকৰ ১২ শাওনত তৰুণৰাম ফুকনৰ হঠাতে মৃত্যু হয়।

## অসমীয়াৰ মাজত তৰুণ ফুকন

এলেহুৱা আৰু নিৰুৎসাহী অসমীয়াৰ মাজত তৰুণৰাম ফুকন জ্বলন্ত উৎসাহ, অধ্যৱসায় আৰু স্বাধীন ভাৱৰ অৱতাৰ। এজন মানুহতে ইমান গুণ কোন অসমীয়াৰ আছে? তৰুণৰাম ফুকনৰ আসন লব পাৰে এনে অসমীয়া এতিয়া ক'ত? আন্ধাৰ অসম আকাশত তেওঁ উজ্জ্বল তৰা আছিল। তেওঁৰ কাম তেওঁৰ উৎসাহ তেওঁৰ পৰিশ্ৰম তেওঁৰ আকাঙ্ক্ষা, তেওঁৰ মনৰ তেজ সকলো অসমীয়াৰে অনুকৰণৰ বস্তু। অসমীয়াই তেওঁৰ জীৱন বৰ আদৰ আৰু মনোযোগেৰে চৰ্চ্চা কৰিব লগীয়া। চন্দ্ৰত কলঙ্কৰ দৰে তৰুণৰাম ফুকনৰ জীৱনতো যদি অলপ দোষ আছে, তাৰ পৰাও আমি বহুত উপদেশ পাব পাৰোহওক। তেওঁ আমাৰ আহিঁ পথ দেখাওতা জাতীয় উন্নতি নেতা। অসমীয়াৰ সাহ নাই, বল নাই, পদে পদে পৰাজয়। তেন্তে অসমৰ উন্নতি নাইনে কি? অসমীয়াই জাতীয় উন্নতি কৰিব নোৱাৰে নে কি? ভয় নাই কৰ্ম্মবীৰৰ তেজ, সাহ উৎসাহেৰে জাতীয় কৰ্ম্মক্ষেত্ৰলৈ ওলোৱা জাতীয়



পতাকা আনন্দেৰে আকাশত উৰাই দিয়া। তাত ডাঙৰ ডাঙৰ সোণালী আখৰেৰে লিখি লোৱা "তৰুণৰাম ফুকন" আমাৰ উন্নতি অনিবাৰ্য্য। জীৱাই থাকোতে তেওঁ যি ফল অৰ্জিব নোৱাৰিলে সেই ফল আজি তেওঁৰ দৃষ্টান্তই লাভ কৰোক।

পিতৃ-মাতৃৰ বেয়া সন্তানলৈকো মৰম লাগে, গুণী হলে সীমাই নাই। তৰুণৰাম ফুকন অসমৰ বৰ বেথাৰ পুত্ৰ। তেওঁ অসমীয়াৰ আপোন। তেওঁক অসমীয়াই মৰমতে এৰিব নোৱাৰে। অসমীয়াৰ ভিতৰত আজিলৈকে সেই এজনা মাথোন ৰাজনৈতিক অৱতাৰ হৈছিল। তেওঁক অসমীয়াই অকালতে হেৰুৱালে। তেওঁৰ নামটিও অকালতে মুমাব নেকি? তেওঁক অসমীয়াই পাহৰিব লাগে নেকি? তেওঁৰ মহৎ জীৱনৰ দৃষ্টান্তে অসমীয়াৰ ভিতৰত আৰু তৰুণৰাম ফুকন সৃজিব নোৱাৰে নেকি?

## সাংসাৰিক জঞ্জালত

জীৱনৰ শেহৰ কেইবছৰ মানৰ পৰা ইটোৰ পাছত সিটোকৈ পাৰিবাৰিক দুৰ্ঘটনা, সাংসাৰিক জঞ্জালে ফুকনক চাৰিওফালৰ পৰা বেঢ়ি ধৰিছিল। তেখেতৰ সহধৰ্ম্মিণী, জ্যেষ্ঠ কন্যা প্ৰতিভা দেবী, চেনেহৰ ৰৰজোৱাই ৺লক্ষীধৰ শৰ্ম্মা, ৰাম লক্ষণৰ দৰে মিলা প্ৰীতিৰে বাস কৰা ককাইদেৰেক ৺নবীন ফুকন এই সকলোৱে ফুকনক এৰি সংসাৰৰ পৰা আঁতৰি গল। বাৰে পাচি পাৰিবাৰিক আলৈ আহুকাল, আৰ্থিক বিপৰ্য্যয়ৰ বাবেই হওক নাইবা ৰাজনৈতিক মতভেদৰ বাবেই হওক ফুকন ডাঙৰীয়াৰ মাজতে বছৰদিয়েক কংগ্ৰেছৰ পৰা আতৰি থকাত দেশবাসীয়ে তেখেতৰ নেতৃত্বৰ অভাব বৰকৈ অনুভৱ কৰিছিল। তেখেতৰ অন্তৰৰ অন্তঃস্থলতো হয়তো তেখেতৰ অতি মৰমৰ হেপাহৰ কংগ্ৰেছ আৰু সহকৰ্ম্মী সকলৰ বিচ্ছেদৰ বিষম যন্ত্ৰণা গুমৰি গুমৰি আছিল। ৰাজনৈতিক ক্ষেত্ৰত এনে ধৰণৰ বিপৰ্য্যয় ঘটাতো একো আচৰিত নহয় কিন্তু ফুকনৰ ওপৰত কোনেও কস্মিন কালেও আক্ৰোশ বা বিদ্বেষৰ ভাব পোষণ কৰা নাছিল। সকলো

মাথোন আশা প্ৰথলৈ হেপাহেৰে চাই আছিল। আকৌ কেতিয়াবা দেশভক্ত ফুকনক কংগ্ৰেছৰ অগ্ৰণী নেতা স্বৰূপে ঘুৰাই পাব। অৱশেষত দেশবাসীৰ কানুনয় সানুনয় আৱাহনত তেওঁ পূৰ্ণ মাত্ৰাই কংগ্ৰেছত যোগ দি পুনৰাই কংগ্ৰেছৰ গৌৰৱ সমবৃদ্ধি কৰে।

## সামাজিকত

ইংৰাজী ১৯০৪ চনত বিলাতৰ পৰা ঘূৰি অহাত গুৱাহাটীৰ বিখ্যাত খাৰঘৰীয়া বংশৰ ব্ৰাহ্মণ সন্তান সৰ্ব্ব গুণৱাণ তৰুণৰাম ফুকনৰ ভাগ্য সুপ্ৰসন্ন আছিল। সমাজে আনকি নিজৰ পিতৃয়েও আনন্দ বৰুৱাক জাতি দান নিদিছিল। তৰুণৰাম ফুকনে সামান্য প্ৰায়শ্চিত্ত হৈয়েই দেশৰ তথা জাতিৰ বুকুস্থান লব পাৰিলে। ইয়াতেই লক্ষ্য কৰিব লগীয়া যে ফুকন যেতিয়া বিলাতৰ পৰা ফিৰি আহে, তেতিয়া দেশত সনাতনী ভাব নবম পৰিবলৈ আৰম্ভ কৰিছিল।

সামাজিকতাৰ বাবে তৰুণৰাম ফুকন সুবিখ্যাত আছিল। তেওঁ ওখ চাপৰ দেশী-বিদেশ-সকলো সমাজতে অবাধে যথাযোগ্য সৌজন্যপূৰ্ণ আচৰণ দেখুৱাত সিদ্ধহস্ত আছিল। কথাই বাৰ্ত্তাই তেওঁ সদায় অতি সুৰুচিক পুৰুষৰ চিনাকি দিছিল। ইংৰাজী ১৯০৭ চনত অসমীয়াৰ জ্ঞান আদৰ্শৰ চানেকী পুৰুষ ৰায় বাহাদুৰ জগন্নাথ বৰুৱাৰ তিৰোভাৱ হয়। তেখেতৰ শৱসংকাৰ ক্ৰিয়াত কলিকতাৰ গঙ্গা নদীৰ পাৰৰ নিমতলা শ্মশান ঘাটত তৰুণৰাম ফুকনো উপস্থিত আছিল। তেতিয়া তেওঁ কলিকতাত বেৰিষ্টাৰ। তালৈ কালিঘাটৰ পৰা এজন ব্ৰাহ্মণ অনাইছিল। কিন্তু তেওঁৰ হতুৱাই কোনো কাৰ্য্য কৰাৰ প্ৰয়োজন নোহোৱাত, তেওঁক যোগ্য মতে দক্ষিণা আৰু অহা যোৱা খৰচ দি বিদায় দিলে। ব্ৰাহ্মণ জনে আৰু কিছু প্ৰাপ্তিৰ আশাৰে দাবী কৰি পেৰি আছিল। তেতিয়া ফুকনে ব্ৰাহ্মণ জনক কলে ঠাকুৰ তুমি আৰ কি চাও? তোমাক এজনী বিয়া



কৰি দিতে হবে? ফুকনৰ কথা শুনি সেই শোকৰ সময়তো মানুহৰ মুখত হাঁহি নিবিৰিভি নোৱাৰিছিল।

ইংৰাজী ১৯২৬ চনৰ ডিচেম্বৰ মাহত ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ ৪১শ অধিবেশন গুৱাহাটীৰ পৰা পাচ মাইল দূৰৈত পাণ্ডুত বহে। এই অধিবেশনত এহাজাৰৰ অধিক কংগ্ৰেছ ভলন্টিয়াৰে ৰাতি দিনে কাম কৰিছিল। এদিন ৰাতি এজন কৰ্ম্মী ভলন্টিয়াৰ হঠাতে নিমুনিয়া ৰোগত মৃত্যু হয়। একহাজাৰৰ অধিক ভলন্টিয়াৰ আৰু আন আন সকলো মিলি দুহাজাৰৰ বেছি অধিবেশনৰ প্ৰাণ কৰ্ম্মী থকা স্বত্বেও ফুকন ডাঙৰীয়াই নিজে জন নায়ক আদৰ্শ নেতা হৈ ভলন্টিয়াৰৰ শৱ সংকাৰ ক্ৰিয়া শ্মশানত সম্পাদন কৰিলেগৈ। এই বিশাল পৱিত্ৰ অনুষ্ঠানৰ নবীন উৎসাহী কৰ্ম্মী সকলে দুঃখ শোকৰ মাজত সুযোগ্য নায়ক তৰুণফুকনক শ্মশান ক্ষেত্ৰত পাই নথৈ আনন্দিত হৈছিল।

ফুকনৰ মাটিত থকা এজন ৰায়ত আছিল। এদিন ৰাতি তাৰ মৃত্যু ঘটে। ৰায়তৰ ঘৈণীয়েক জনী নিঃসহায় অৱস্থাত আছিল। এই নিৰাশ্ৰয় বিধবা জনীৰ গিৰিয়েকৰ শৱ সংকাৰ ক্ৰিয়াত সহায় কৰি তাৰ কাৰ্য্য সম্পাদন কৰে। তাৰ পাছতো ফুকন ডাঙৰীয়াই বিধবাজনীক বিপদৰ পৰা উদ্ধাৰ কৰি দুঃখ মোচন কৰে। শেষত গৈ এই বিধবা জনী আৰু বংশই তেওঁৰ বিপক্ষে উঠা স্বত্বেও বিধবা জনী মৰাত শত্ৰুতা ভাব নাৰাখি তাইৰ শৱ সংকাৰ ক্ৰিয়াত সহায় কৰি মহত্বৰ চিনাকি দিলে।

এদিন এজনী তিৰোতা বুঢ়ীতকৈ কমবয়সীয়া মুৰত এটি গধুৰ পাচি লৈ পাণ্ডুৰ ফালে গাড়ী গাও অঞ্চলৰ পৰা গুৱাহাটীলৈ আহি ফুকনৰ ঘৰতে সোমাইছিল। তিৰোতা জনী ঘামি ঘামি অস্থিৰ হৈ গধুৰ পাচিটো মুৰৰ পৰা নমা বৰ কাৰণে তাই মানুহ মাতিছিল, সেই সময়ত তেওঁৰ ঘৰত তাইৰ দুঃখ মোচন কৰিব পৰা কোনো মানুহ নাছিল, আছিল

মাথো ফুকন বিছনাত শুই, তেওঁ বিছনাতে মানুহ জনীৰ বিপদ কাহিনী শুনি তৎক্ষণাতে আহি গধুৰ পাচিটো তাইৰ মূৰৰ পৰা নমাই দিলে আৰু তাইৰ প্ৰতি তেওঁৰ প্ৰীতি জন্মিছিল।

এসময়ত গুৱাহাটী ভৰলুমুখৰ কটকী বংশৰ এজনী ছোৱালী বিধবা হৈ তিনিটা সন্তান সন্ততিৰে ভয়ঙ্কৰ বিপদত পৰিছিল। এই নিৰাশ্ৰয় অৱস্থাৰ বিধবাজনীক ফুকনে যথাসাধ্য সহায় কৰে আৰু তেখেতে তাইৰ ভবিষ্যতৰ মঙ্গল কামনা কৰে। অসমৰ নগাও অঞ্চলৰ জখল-বন্ধা সত্ৰৰ গোসাইৰ বংশৰ ছোৱালী এজনী জাতি ভ্ৰষ্ট হৈ কঠোৰ যন্ত্ৰণাত পৰিছিল। এই ছোৱালী জনীক ফুকনে আশ্ৰয়ৰ সুবিধা কৰি লিখা-পঢ়া অলপ শিকাই পাছত পঞ্জাব দেশৰ উচ্চ হিন্দু ধনী পঞ্জাবী এজনৰ লগত বিবাহ দি তাইৰ ভবিষ্যত সুখময় জীৱন কামনা কৰে। জীৱনত তৰুণ ফুকনে ব্ৰাহ্মণ শ্ৰেণীৰ জাতিভ্ৰষ্ট হোৱা বহুতো বিধবাক সহায় সহানুভূতি দেখুৱাই ভবিষ্যত জীৱনৰ কল্যাণ সাধন কৰিছিল।

## বিধবা বিবাহত

ভাৰতবৰ্ষত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ নামে চাৰি জাতিৰ বসতি। এই চাৰি জাতিৰ ভিতৰত ব্ৰাহ্মণেই আটাইতকৈ উচ্চতম জাতি। এই ব্ৰাহ্মণজাতি সকলো জাতিৰ ভিতৰতে সুশিক্ষিত, সুবিজ্ঞ, দাৰ্শনিক চিন্তাশীল, সন্মানি আৰু বেদৰ অধিকাৰী। ব্ৰাহ্মণ জাতিত বাদে দেশৰ আন সকলো জাতিতে বিধবা বিবাহ প্ৰচলন থকাত প্ৰত্যেক জাতিৰ মানুহে শান্তিৰে বাস কৰিব পাৰিছে, কিন্তু ব্ৰাহ্মণ জাতিৰ মাজত বিধবা বিবাহ প্ৰচলন নথকাত এই জাতিয়ে সন্মানত অপমান ভোগ কৰি আহিছে আৰু এই জাতিৰ সমাজ গ্লানিত পৰিণত হৈছে। প্ৰাচীন কালত ব্ৰাহ্মণ জাতিৰ যি সমাদৰ আছিল, আজি ব্ৰাহ্মণ জাতিয়ে সেই সমাদৰৰ পৰা বঞ্চিত হৈ আহিছে আৰু ব্ৰাহ্মণত্ব শক্তিও হ্ৰাস হৈ আহিছে।



ব্ৰাহ্মণ জাতিৰ ছোৱালীৰ কুমাৰী কালতে বিবাহ হয়। এই কুমাৰী কালত বিবাহ হোৱাৰ ফলত বহুতে অকালতে বিধবা হৈ সুখময় জীৱন অথলে যায়, আৰু গোটেই জীৱন দুঃখ যন্ত্ৰণাতে কটাব লগাত পৰে। এই জাতিৰ বহুত বিধবাই জাতি ভ্ৰষ্ট হৈ জাতিৰ আৰু বংশৰ কুলঙ্কা বৃদ্ধি কৰে। স্বৰ্গীয় দেশভক্ত তৰুণৰম ফুকনে ব্ৰাহ্মণ জাতিৰ বিধবা বিলাকৰ কঠোৰ যন্ত্ৰণা দেখি অন্তৰত বৰ আঘাত লাগিছিল আৰু বিধবাৰ প্ৰতি অন্তৰ গলি গৈছিল। তেখেতে এই দৰে মন্তব্য প্ৰকাশ কৰিছিল যে, বৰ দুঃখ আৰু পৰিতাপ কথা এই ব্ৰাহ্মণ জাতিৰ মাজত বিধবা বিবাহ প্ৰচলন নথকাত অবলা নাৰী জাতিক অৱহেলা কৰাহে হৈছে। ফুকনে ব্ৰাহ্মণ সমাজৰ নিদাৰুণ প্ৰথা উঠাই দিবলৈ চেষ্টা কৰিছিল আৰু দেশত বিধবা বিবাহ প্ৰচলণ কৰিবলৈ অহো পুৰুষাৰ্থ কৰিছিল, থকাহলে কাৰ্য্যত এদিন নিশ্চয় পৰিণত হ'ল হেতেন।

## সহানুভূতিত

ইংৰাজী ১৯১৮ চনৰ প্ৰায় আগৰ কথা অসমৰ যোৰহাট অঞ্চলৰ ভাৰত ব্যৱস্থাপক সভাৰ সদস্য শ্ৰীযুত পদ্মধৰ চলিহা এম, এ ডাঙৰীয়াই আইন কলেজৰ লেকচাৰ সম্পূৰ্ণ কৰি প্ৰাথমিক বি, এল পৰীক্ষাত উত্তীৰ্ণ হৈ ঘৰতে বহি আছিল। ইণ্টাৰ বি, এল পৰীক্ষা দিম বুলি অসুবিধাতে দিব পৰা নাছিল। এবাৰ মন সাহ কৰি পৰীক্ষাৰ ১৫ দিন মানৰ আগতে গুৱাহাটীলৈ আহি ভূতপূৰ্ব্ব সোণাৰাম হাইস্কুলৰ হেড্ মাষ্টৰ স্বৰ্গীয় নৱকুমাৰ বৰুৱা মোমাইদেউৰ ভৰলুমুখৰ বাহাতে আছিল। তেওঁৱেই মূৰে কপালে হাত দি ভাবি চিন্তি বহি আছে, কিতাপ এখনো খুলি চোৱা নাই। পৰীক্ষা কেনেকৈ দিব? এদিন তেওঁ বুকুত মন সাহ লৈ আহিল দেখা কৰিবলৈ গুৱাহাটীৰ আৰ্ল ল' কলেজৰ অধ্যাপক সুপ্ৰসিদ্ধ বেৰিষ্টাৰ তৰুণৰাম ফুকনক। তেখেতৰ আগত তেওঁৰ সকলো সমস্যাৰ কথা জনালে।

তেখেতে তেখেতৰ স্বভাৱ সুলভ বচন ভঙ্গিৰে চলিহাক অভয় দি কলে গধূলি মোৰ ওচৰলৈ আহিবা। মই তোমাক ক'চ কৰি দিম। চলিহাৰ মুখলৈ পানী আহিল। অঠাই পানীত পৰি পাৰ পোৱাৰ নিচিনা লাগিল। ফুকনৰ যেনে কথা তেনে কাম। এদিনো গধূলি ক্ষতি নকৰাকৈ চলিহাক প্ৰাঞ্জলভাৱে বক্তৃতাৰ চলেৰে জটিল আইনৰ কথাখিনি সুন্দৰকৈ বুজাই দিলে। সেই সময়ত ফুকনৰ ঘনিষ্ঠ সম্পৰ্কলৈ অহাত তেখেতৰ সুবিশাল অন্তঃকৰণ, অনুপম উদাৰতা, অসাধাৰণ বাগ্মিতা আৰু অগাধ পাণ্ডিত্যই চলিহাৰ হৃদয়ত দকৈ সাচ বহুৱালে, গৰ্ব্বত তেওঁৰ বুকু ফুলি উঠিল। অসমতো এনে এগৰাকী তেজস্বী, মনস্বী, মহানুভৱ পুৰুষ আছে, চলিহাই ইণ্টাৰ বি, এল পৰীক্ষা দি সবিশেষ জনালে। ফুকনে কলে অ' তুমি পাছ হবা। চলিহাই পৰীক্ষা দি ঘৰলৈ গৈ দুমাহৰ মূৰত সুখৰ খবৰ পালে। ইয়াৰ পাছ'তে ফাইনেল সমস্যা উপস্থিত হ'ল। আকৌ ১৫ দিন মানৰ আগতে চলিহা গুৱাহাটীলৈ আহিল। ফুকনক চলিহাই দেখা কৰাত, ঘপৰাই কলে, এইবাৰো ঠিক কৰি দিম আহিবা। চলিহাই গধূলি গধূলি গৈ ফুকনৰ ওচৰত বহি আইনৰ পৰিপাটি সুন্দৰ বাখ্যা শুনি নথৈ উপকৃত হৈছিল। চলিহাই ফাইনেল পৰীক্ষা দিলে। ফুকনে কলে ভয় নাই, পাছ হৈ যাবাগৈ। তেখেতৰ কথা ফলিয়ালে। এই সামান্য কাহিনীয়েই ফুকন ডাঙৰীয়াৰ মহানুভৱতাৰ আভাষ দিলে। নিজৰ বহুমূলীয়া সময় খৰচ কৰি কষ্ট স্বীকাৰ কৰি উপযাচি এজনক নিঃস্বাৰ্থভাৱে সহায় কৰিবলৈ গাত লোৱা লোক কেইজন? এনেকৈ ভালেমান লোকক সহায় কৰা নিজৰ আৰ্থিক বিপৰ্য্যয়ৰ মাজতো অভাৱ পীড়িত লোকক মুক্ত হস্তে দান কৰাৰ দৃষ্টান্ত অলেখ। ফুকন দয়াৰ অসাধাৰণ পুৰুষ আছিল। এই পুস্তকত তেখেতৰ গুণ বৰ্ণণা কৰা অসম্ভৱ।

———



## অনুন্নত সম্প্ৰদায়ৰ অধিকাৰত

ভাৰতৰ অনুন্নত সম্প্ৰদায় হিন্দুৰ ভিতৰত। বহু কালৰ পৰা এই অনুন্নত সম্প্ৰদায় উচ্চ হিন্দুৰ পৰা বহুত নিলগত আছিল আৰু বহুত ন্যায্য অধিকাৰৰ পৰাও বঞ্চিত আছিল। ইংৰাজী ১৯৩৫ চনৰ দ্বিতীয় খন গৱৰ্ণমেণ্ট অব ইণ্ডিয়া এক্ট অনুসাৰে ভাৰতৰ অৱতাৰ পুৰুষ মহাত্মা গান্ধীয়ে অনুন্নত সম্প্ৰদায়ৰ সকলো ৰকম অধিকাৰৰ বাট মুকলি কৰি দিয়ে। আগেয়ে অনুন্নত সম্প্ৰদায়ৰ লোকে হিন্দুৰ দেৱ-দেৱীৰ মন্দিৰত প্ৰবেশ কৰিবলৈ ৰীতিমত বাধা বিঘিনি আছিল আৰু ৰজা ঘৰৰ ৰাজপদ আদিতো অনেক ৰকম অসুবিধা আছিল। মহাত্মাৰ দেৱবাণীত সেই সকলো বিলাক দুৰ্গতি ক্ৰমান্বয়ে দেশৰ পৰা উঠি যায়।

ইংৰাজী ১৯৩৬ চনত তৰুণৰাম ফুকনে মহাত্মাজীৰ দেৱবাণী অন্তৰত লৈ হিন্দু ধৰ্ম্মৰ কঠোৰ নীতি উঠাই দিবলৈ লগত এজাক নবীন উৎসাহী শিক্ষিত ডেকা লৈ অসমৰ হিন্দুৰ দেৱ-দেবীৰ মন্দিৰত অনুন্নত সম্প্ৰদায়ৰ প্ৰবেশ নিষেধ আজ্ঞাৰ প্ৰবেশৰ বাট মুকলি কৰি দিয়ে। এই অনুন্নত সম্প্ৰদায়ে উচ্চ হিন্দুৰ লগত মিলা-মিচা কৰা আৰু শাৰীত আসন লব পৰা ক্ষমতাৰ সোঁত সমাজত বোৱাই দিয়ে। এই বিষয়ত অনুন্নত সম্প্ৰদায়ৰ মানুহে ফুকন ডাঙৰীয়াক ভক্তিৰ শ্ৰদ্ধাঞ্জলি বৰিষণ কৰে।

## অসমত মহাত্মা গান্ধীৰ শুভাগমনত

ইংৰাজী ১৯২১ চনৰ কোনো এক শুভমুহূৰ্ত্তত ভাৰতৰ ৰাজনৈতিক অৱতাৰ মহামানৱ মহাত্মা গান্ধী প্ৰথমবাৰ অসমত পদাৰ্পণ কৰে। এই জন ৰাজনৈতিক মহাপুৰুষে পুৰণি কামৰূপ ৰাজ্যৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰত ৰূপেগুণে সৌন্দৰ্য্যশালী নবীন উৎসাহী ডেকা তৰুণৰাম ফুকনক পাই নিজে ধন্য হৈছিল। এই মাহেন্দ্ৰক্ষণত তৰুণফুকনে মহাত্মা গান্ধীৰ শিষ্যত্ব গ্ৰহণ কৰে। তৰুণ ফুকনে ভাৰতৰ শ্ৰেষ্ঠতম ৰাজনৈতিক পুৰোহিত মহাত্মা

গান্ধীক নিজৰ ঘৰতে ৰাখি ভালদৰে আদৰ অভ্যৰ্থনা কৰে। এই সময়তে তৰুণফুকনৰ আহল বহল প্ৰাঙ্গণত অসম দেশৰ জনসাধাৰণৰ এখন বিৰাট যজ্ঞ হয়। এই বিৰাট যজ্ঞ ক্ষেত্ৰত অসমৰ কেউপিনৰ পৰা ২৫ হাজাৰৰ অধিক নৰ-নাৰী আহি যোগদান কৰে। এই মহান যজ্ঞত মহাত্মাজীয়ে নেতৃত্বৰ আসন গ্ৰহণ কৰি জনসাধাৰণৰ সন্মুখত অমূল্য ৰাজনৈতিক বাণী হিন্দী ভাষাত প্ৰচাৰ কৰে। প্ৰিয়তন শিষ্য তৰুণফুকনে উপস্থিতি দৰ্শক বৃন্দৰ আগত মহাত্মাজীৰ হিন্দী ভাষাৰ কথাবোৰ সুন্দৰ অসমীয়া ভাষাত ব্যক্ত কৰি সুনিপুণতাৰ চিনাকি দিয়ে।

ইংৰাজী ১৯২৬ চনৰ ডিচেম্বৰ মাহত দ্বিতীয় বাৰ মহাত্মা গান্ধী অসমত শুভাগমণ কৰে। এই বেলি মহাত্মাজী গুৱাহাটীৰ পৰা ৫ মাইল দূৰৈত পাণ্ডুৰ নগৰৰ নিচেই কাষৰ বিশাল পবিত্ৰ ব্ৰহ্মপুত্ৰ নদৰ পাৰৰ কংগ্ৰেছ কেম্পত থাকে। এই সময়তো তৰুণ ফুকনে মহাত্মাজীক যথা-সাধ্য শুশ্ৰূষা কৰে। এই চনতে পাণ্ডুৰ নগৰত ভাৰত জাতীয় মহাসভাৰ ৪১ শ অধিবেশন বহে। এই কংগ্ৰেছ মহাসভাৰ মুকলি অধিবেশনত উপস্থিতি সমবেত ভদ্ৰমণ্ডলিৰ আগত তৰুণৰাম ফুকনে কাৰ্য্যদক্ষতাৰ সুবিজ্ঞ পৰিচয় দিয়ে।

ইংৰাজী ১৯৩৪ চনৰ কোনো এক শুভক্ষণত তৃতীয় বাৰ মহাত্মা গান্ধী অসম পৰিভ্ৰমণ কৰিবলৈ আহি গুৱাহাটীৰ ডাক্তৰ শ্ৰীযুত হৰিকৃষ্ণ দাসৰ ঘৰতে থাকে। এই কালতো তৰুণ ফুকনে মহাত্মাজীক ভালদৰে আদৰ সম্ভাষণ জনায়। এই সময়তে গুৱাহাটীৰ জজফিল্ডত সৰ্ব্বসাধাৰণৰ এখন বিৰাট সভা হয়। হাজাৰ হাজাৰ মানুহে আহি সভাত যোগ দান কৰে। এই সভাতো মহাত্মাই নেতৃত্বৰ আসন গ্ৰহণ কৰে আৰু তেখেতে দৰ্শক বৃন্দৰ আগত সুমধুৰ ৰাজনৈতিক বাণী হিন্দী ভাষাত প্ৰকাশ কৰে। এই সময়তো তৰুণ ফুকনে মহাত্মাজীৰ হিন্দী ভাষাৰ



বাক্য বোৰ অসমীয়া ভাষাত অনুবাদ কৰি লোক সমাজৰ সন্মুখত বুজাই দিয়ে আৰু নিজে সৰ্ব্বগুণী বক্তা বুলি জনাজাত হয়। ১ম, ২য় আৰু তৃতীয় বাৰত মহাত্মাই তৰুণ ফুকনৰ ৰাজনৈতিক কাৰ্য্যপদ্ধতিৰ প্ৰকৃত পৰিচয় পাই তেওঁক শুভ আশীৰ্ব্বাদ দিয়ে।

## আৰ্ল ল' কলেজত

ইংৰাজী ১৯১৪ চনত পৃথিবী বিয়পি মহাসমৰ আৰম্ভ হয়। ঠিক এই চনতে অসম গৱৰ্ণমেণ্টে আইন শিক্ষাৰ অভাৱ দূৰ কৰিবৰ অৰ্থে অসমৰ বিখ্যাত নগৰী গুৱাহাটীত আৰ্ল-ল' কলেজ নাম দি এটি আইন কলেজৰ ভিত্তি স্থাপন কৰে। এই আইন কলেজত পোন প্ৰথম তৰুণৰাম ফুকন অধ্যাপক পদক নিযুক্ত হয়। ইংৰাজী ১৯১৪ চনৰপৰা ১৯২০ লৈকে অতি দক্ষতাৰে ফুকনে আইন কলেজৰ অধ্যাপকতা পদত নিযুক্ত থাকে।

## অসম এচোচিয়েচনত তৰুণ ফুকন

ইংৰাজী ১৯০৩ চনত খ্যাতনামা ৰাজনৈতিক পুৰুষ ৺মাণিকচন্দ্ৰ বৰুৱা ৺ঘনশ্যাম বৰুৱা প্ৰভৃতি অসমী আইন সুযোগ্য সন্তান সকলৰ অশেষ যত্নত অসমৰ প্ৰধান ৰাজনৈতিক অনুষ্ঠান অসম এচো-চিয়েচন প্ৰতিষ্ঠিত হয়। ১৯১৮ চনৰ কিছু কালৰ নিমিত্তে দেশভক্ত তৰুণৰাম ফুকনেই অসম এচোচিয়েচনৰ দায়িত্বপূৰ্ণ প্ৰধান সম্পাদকৰ কাৰ্য্যভাৰ গ্ৰহণ কৰে। এই কাল ডোখৰতে তেওঁ এই মহৎ অনুষ্ঠানৰ উন্নতিৰ বাবে যথাসাধ্যে চেষ্টা কৰে। সেই সময়ত অসমৰ ৰাজনৈতিক অৱস্থা দেখি কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে এই বিশাল অনুষ্ঠানত পূৰ্ণমাত্ৰাই যোগ দিয়ে।

ইংৰাজী ১৯১৪ সনত পৃথিবীৰ মহাসমৰ আৰম্ভ হৈ ১৯১৮ চনত তাৰ কাৰ্য্য অন্ত পৰে। ইয়াৰ পাচতে মণ্টেগু চেমচফোৰ্ডৰ ভাৰত শাসন সংস্কাৰৰ সময়। ভাৰত গৱৰ্ণমেণ্টৰ নৱম ডিস্পাচ মতে অসমক মণ্টেগু চেম্‌চফোৰ্ডৰ শাসন সংস্কাৰৰ পৰা বঞ্চিত কৰিব খুজিছিল। এই বিষয় লৈ অসম বাসীৰ অন্তৰত মহা প্ৰকোপে ৰাজনৈতিক আন্দোলন জাগি উঠে। অসম এচোচিয়েচনৰ নবীন প্ৰবীণ বীৰ সকলে আন কোনো উপায় নেদেখি অৱশেষত বিলাতৰ জইণ্ট পাৰ্লেমেণ্টৰী কমিটিত এই আন্দোলনৰ প্ৰতিকাৰাৰ্থে অসমৰ পৰা প্ৰতিনিধি পঠাবলৈ ঠিক কৰিলে। এই বিষয়ত কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মাৰ নাম উল্লেখ যোগ্য। তেওঁলোকে নিচেই কম সময়ৰ ভিতৰতে অক্লান্ত পৰিশ্ৰম কৰি অসম এচোচিয়েচনৰ পৰা বিলাতলৈ ডেপুটেশ্যন পঠোৱা প্ৰতিনিধিৰ বাবে কেইবা হাজাৰ টকাও তুলিলে।

ইংৰাজী ১৯১৯ চনত সদৌ অসমবাসীয়ে বিলাতৰ জইণ্ট পাৰ্লেমেণ্টৰী কমিটিৰ সম্মুখত সাক্ষ্য দিবৰ কাৰণে অসম এচোচিয়েচনৰ পৰা অসমৰ সুযোগ্য অসীম সাহসী বীৰ গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈক ডিব্ৰুগড়ৰ শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱাৰ লগত প্ৰধান সেনাপতি বৰণ কৰি বিলাতলৈ পঠাই দিয়ে।

অসম এচোচিয়েচনৰ নেপ'লীয়ন নবীনচন্দ্ৰ বৰদলৈয়ে সহকৰ্ম্মী শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱাক লগত লৈ বিলাতৰ ৰিফৰ্মচ কমিটিৰ আগত মণ্টেগু চেমচ ফোৰ্ডৰ ভাৰত শাসন সংস্কাৰৰ সম্পৰ্কে সাক্ষী দিবলৈ ভাৰত সম্ৰাটৰ প্ৰধান নগৰী ইংলণ্ডত পদাৰ্পণ কৰে গৈ। তেওঁলোকে মণ্টেগু চেমচ ফোৰ্ডৰ ভাৰত শাসন সংস্কাৰ সম্পৰ্কে বিলাতৰ জইণ্ট পাৰ্লেমেণ্টৰী কমিটিৰ আগত অসম এচোচিয়েচনৰ ন্যায্য দাবীৰ মতামত প্ৰদান কৰিলে। তাৰ পাছত তেওঁলোকে ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ দৰে ভাৰত চৰকাৰৰ নৱম ডিস্পাচ সমালোচনা কৰি এখন বহুমূলীয়া লিখিত জবানবন্দী দিবলৈ অনুমতি পালে। এই জবানবন্দীত অসমে কংগ্ৰেছৰ দাবী অনুসৰণ কৰি আন আন প্ৰদেশৰ লগত লগ লাগিল হি।



জইণ্ট পাৰ্লেমেণ্টৰী কমিটিৰ বহুদৰ্শী চাহাব মণ্টেগুৱে চেক্ৰেটাৰী অব্ ষ্টেট্ ফৰ ইণ্ডিয়া হিচাবে অসম এচোচিয়েচনৰ প্ৰতিনিধিৰ এটা অংশ সমালোচনা কৰি অসমৰ দাবী মঞ্জুৰ কৰিব নোৱাৰে বুলি কলে। এই কথাত অসম এচোচিয়েচনৰ প্ৰতিনিধি দুয়োজনে সদাশয় মণ্টেগু চাহাবক ভিতৰুৱাকৈ দেখা সাক্ষাৎ কৰি অদম্য শক্তি আৰু সাহেৰে তেওঁৰ কথাৰ তীব্ৰ প্ৰতিবাদ ভালকৈয়ে কৰিলে আৰু এই বাবেই ভাৰত সচিব মহামান্য মণ্টেগু চাহাবে নিজৰ দোষ স্বীকাৰ কৰি ক্ষমা মাগিবলৈ মান্তি হ'ল। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই স্বাধীন দেশ বিলাতত ন্যায়ৰ তৰ্ক যুদ্ধৰ সমৰ ভালকৈ চলাই অসমবাসীৰ ন্যায্য দাবী পুৰণ কৰি বিশাল ৰাজনৈতিক অনুষ্ঠান "অসম এচোচিয়েচন" ৰ জয় বিজয়ৰ গৌৰৱৰ পতাকা উৰাই অসমক মণ্টেগু চেম্‌চফোৰ্ডৰ শাসন সংস্কাৰত অন্তৰ্ভূক্ত কৰিলে।

অসম এচোচিয়েচনৰ অসাধাৰণ ক্ষমতাত সদৌ অসমবাসীয়ে ভাৰত মন্ত্ৰী লৰ্ড মণ্টেগু চাহাব আৰু ভাৰত চৰকাৰ লৰ্ড চেম্‌চফোৰ্ডৰ বিৰুদ্ধে অন্যায় প্ৰতিকাৰৰ ন্যায় আন্দোলনৰ সূত্ৰপাত কৰি অসমক সুকীয়া গৱৰ্ণৰৰ শাসনাধীন কৰিলে। এই বিশাল অনুষ্ঠানৰ যোগেৰে অসমবাসীয়ে অসমৰ উন্নতিশীল সুকীয়া দাবীৰ নিমিত্তে ভাৰত গৱৰ্ণমেণ্ট আৰু প্ৰাদেশিক গৱৰ্ণমেণ্ট বিপক্ষে ন্যায়ৰ আন্দোলন চলাইছে। অসমৰ সুকীয়া বিশ্ববিদ্যালয়, হাইকোৰ্ট মিউজিয়মাদি প্ৰধান প্ৰধান অত্যাৱশ্যকীয় অনুষ্ঠান প্ৰতিষ্ঠা কৰিবলৈ আৰু অসমৰ পৰা কমিশনাৰ পদ উঠাই দিবলৈ ভালকৈ বিদ্ৰোহৰ সূত্ৰপাত কৰে। এই বিলাকৰ অভাৱ পূৰণ কৰিবলৈ, আৰু অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ গৱৰ্ণমেণ্টে দায়িত্বৰ ভাৰ গ্ৰহণ কৰিছে আৰু লগে লগে প্ৰদেশৰ দুঃখ দুৰ্গতি দূৰ কৰিবলৈকো যথাসাধ্য যত্নৱান হৈছে।

ইংৰাজী ১৯১৮ চনত মাণিকচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পিছত দেশভক্ত তৰুণৰাম ফুকন তাৰ পাচত ১৯১৮ চনৰ পৰা ১৯২০ চনলৈকে কৰ্ম্মবীৰ

নবীনচন্দ্ৰ বৰদলৈ তেওঁৰ পিছত ১৯২০ চনৰ পৰা ১৯৩৭ চনলৈকে উত্তৰ গুৱাহাটীৰ জনপ্ৰিয় আৰু জনাজাত উকীল যোগেন্দ্ৰনাথ বৰুৱাই অসম এচোচিয়েচনৰ প্ৰাণ স্বৰূপ সেৱক হৈ পৰে। এই কাল ডোখৰত তেওঁলোক প্ৰতিজনেই সুদক্ষতাৰে অসম এচোচিয়েচনৰ নেতৃত্বৰ আসনৰ কাৰ্য্য সম্পাদন কৰে। বৰ দুঃখৰ আৰু পৰিতাপৰ বিষয় যোগেন্দ্ৰনাথ বৰুৱাৰ মৃত্যুৰ পাছত অসম এচোচিয়েচনৰ নেতৃত্বৰ আসন গ্ৰহণ কৰিবলৈ যোগ্যৱান লোকৰ অভাৱত এই বিশাল অনুষ্ঠান প্ৰায়ে লোপ পায়।

## অসমত ৰাজনৈতিক মহাপুৰুষৰ আবিৰ্ভাৱত

ইংৰাজী ১৯১৯ চনত অসমৰ প্ৰধান ৰাজনৈতিক অনুষ্ঠান অসম এচোচিয়েচনৰ "নেপ'লীয়ন" নবীনচন্দ্ৰ বৰদলৈ বিলাতৰ ৰিফৰ্ম কমিটিৰ আগত সাক্ষ্য দিবৰ নিমিত্তে ইংলণ্ডলৈ যায়। তাত তেওঁ নিজৰ কাৰ্য্য দক্ষতাৰ প্ৰকৃত পৰিচয় দি অসমক মণ্টেগু চেম্চফোৰ্ডৰ শাসন সংস্কাৰত অন্তৰ্ভূত কৰে। বিলাতত কৰ্ম্মবীৰ নবীন বৰদলৈ নিজৰ কৰ্ত্তব্য কাম সমাধা কৰি, আনন্দত মতলীয়া হৈ নিজৰ দেশ ভাৰতলৈ ফিৰি আহে। ঠিক এই সময়তে পঞ্জাবত জানিৱালাবাগৰ বীভৎস হত্যাকাণ্ড আৰু ডায়াৰ ৱাডায়াৰৰ খিতাপি লাভ। এই নিদাৰুণ হত্যাকাণ্ডৰ প্ৰতিকাৰাৰ্থে ভাৰত বাসীৰ মুক্তিদাতা ৰাজনৈতিক সন্ন্যাসী মহাত্মা গান্ধিয়ে পঞ্জাবত এখন জনসাধাৰণৰ বিৰাট সভা আহ্বান কৰে। এই বিশাল অধিবেশনত অসমৰ অসম এচোচিয়েচনৰ প্ৰতিনিধি স্বৰূপে নবীনচন্দ্ৰ বৰদলৈ সভাত উপস্থিত আছিল। মহাত্মা গান্ধিয়ে বিৰাট সভাত নেতৃত্বৰ আসন ভাৰ গ্ৰহণ কৰি জন সাধাৰণৰ আগত স্বাধীনতাৰ হৃদয় গ্ৰাহী সুমধুৰ বক্তৃতা প্ৰদান কৰে। কৰ্ম্মবীৰ বৰদলৈ তাতে মহাত্মাৰ স্বাধীনতাৰ মহামন্ত্ৰত দীক্ষিত হৈ তাৰ পৰা ফিৰি আহিল আৰু তেওঁৱেই প্ৰথমে অসমত ৰাজনৈতিক ঢেউ প্ৰৱৰ্ত্তন কৰে। অসমৰ বিখ্যাত নগৰী তেজপুৰৰ ডেকা উকীল চন্দ্ৰনাথ শৰ্ম্মাক হাতত লৈ তাৰ কাৰ্য্য বিস্তাৰ কৰে। ভাৰতীয় কংগ্ৰেছে দেশত



অসহযোগ পন্থা গ্ৰহণ কৰাত কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ সেই পন্থা লৈ অসমত অসহযোগ মন্ত্ৰত দীক্ষা দিবলৈ আৰম্ভ কৰিলে। এই মূলমন্ত্ৰত দীক্ষা ললে পোনতে জনদিয়েক উৎসাহী ডেকাই।

ইংৰাজী ১৯২১ চনত নবীন চন্দ্ৰ বৰদলৈয়ে গুৱাহাটী আইন কলেজৰ আইনজ্ঞ অধ্যাপক আৰু অসমৰ সুবিক্ষণ ব্যাৰিষ্টাৰ দেশভক্ত তৰুণৰাম ফুকনক অসমৰ আৰু ভাৰতৰ ৰাজনৈতিক অৱস্থাৰ বিষয় ভালকৈ শিকনি দি ভাৰত জাতীয় কংগ্ৰেছ মহা সভাৰ অসহযোগ আন্দোলনত যোগ দিবলৈ বিশেষ ভাৱে অনুৰোধ জনায়। আপুনি এই সন্ধিক্ষণত যোগ নিদিলে মই অকলে এই বৃহৎ আন্দোলন চলোৱা অসম্ভৱ; দিয়ে যদি যোগ দিয়ক নহলে ময়ো এৰি দিম। ফুকনে বৰদলৈক এই দৰে প্ৰতিশ্ৰুতি দি কৈছিল যে, ভাবি চিন্তি তিনি দিনৰ মূৰত মই উচিত সমিধান দিম। ইংৰাজী ১৮৯৬ চনৰ পৰাই কলিকতাত থকা অৱস্থাতে বৰদলৈ আৰু ফুকন দুয়োজনে কংগ্ৰেছত যোগ দিয়ে। গুৱাহাটীলৈ অহাৰে পৰা ফুকনে কংগ্ৰেছত যোগ দিয়াৰ সুবিধা কমিল; কিন্তু বৰদলৈ কলিকতাত থাকি কংগ্ৰেছত যোগ দিবলৈ সুবিধা ও সুযোগ পালে। তিনি দিনাৰ দিনা নবীনচন্দ্ৰ বৰদলৈয়ে ঘূৰলৈ গৈ ফুকনক পুনৰ লগ ধৰিলে আৰু তেখেতৰ ডিঙিত সাৰটি ধৰি কাৰ্য্যক্ষেত্ৰত যোগ দিবলৈ বিশেষ অনুৰোধ কৰিলে। সেই দিনা ফুকন সম্পূৰ্ণ মান্তি হল। তাৰ পিছত ফুকনে বৰদলৈক আন্তৰিক ধন্যবাদ জনাই কংগ্ৰেছৰ মূলমন্ত্ৰ সাদৰে গ্ৰহণ কৰে। তেতিয়াৰে পৰা তেওঁ কৰ্ম্মক্ষেত্ৰত অনুগামী হৈ উঠে। কাৰ্য্যত বৰদলৈয়ে সদায় সকলো কামতে ফুকনক আগবঢ়াই দি চলিছিল। কৰ্ম্মবীৰ বৰদলৈৰ বিশেষ উদগণিত, বিশেষ ঠাট্টা বিদ্ৰূপত, আৰু বিশেষ অনুৰোধত কংগ্ৰেছত ফুকন যোগ দিবলৈ বাধ্য হ'ল। নহলে অসহযোগ আন্দোলনত ফুকনৰ যোগ দিয়া নহলহেতেন। এই বিশাল আন্দোলনত যোগ দিওৱা বাবে ফুকন বৰদলৈৰ ওচৰত সচাকৈয়ে ঋণী। তেওঁলোকৰ

অন্তৰত ইটোৰ প্ৰতি সিটোৰ মৰম স্নেহেৰে ভৰপুৰ আছিল।

ইংৰাজী ১৯২১ চনত কোনো এক শুভক্ষণত ভাৰতৰ ৰাজনৈতিক ঋষি মহাত্মা গান্ধি স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিবলৈ অসমলৈ আহিছিল আৰু সেই সময়ত অসমৰ সুপ্ৰসিদ্ধ ব্যাৰিষ্টাৰ গুৱাহাটীত তৰুণৰাম ফুকনৰ আলহী হৈছিল। মহাত্মা গান্ধিৰ বাসস্থানৰ অলপ দক্ষিণে নেতা সকলৰ বাবে মণ্ডপ তৈয়াৰ কৰিছিল। সন্ধ্যাৰ সময়ত ফুকন ডাঙৰীয়াৰ ঘৰৰ আগত আহল-বহল সুন্দৰ ময়দান এখনত জনসাধাৰণৰ এখন বিৰাট সভা হ'ল। সভাত মহাত্মাজীয়ে হিন্দী ভাষাত সাৰগৰ্ভ বক্তৃতা দিছিল ফুকনে মহাত্মাজীৰ মূল বক্তৃতা অসমীয়া ভাষাত অনুবাদ কৰি ৰাইজক সুন্দৰকৈ বুজাই দি এক মহান আশ্বৰ্য্য দৃশ্যত পৰিণত কৰিলে। মহাত্মাজীৰ বক্তৃতা বিশেষ গভীৰ আৰু হৃদয়স্পৰ্শী। এই মূল্যৱান বক্তৃতা ফুকনে অসমীয়াত কীৰ্ত্তিত্বৰে অনুবাদ কৰি গৈছিল যে, তাৰ প্ৰশংস' মানুহৰ মুখে মুখে ভালকৈ প্ৰকাশ পাইছিল।

বাস্তৱিকতে দেশভক্ত ফুকন ডাঙৰীয়াৰ বক্তৃতাত ক্ষমতা অদ্ভুত। মহাত্মাজীৰ বক্তৃতা শেষ হলেই তেখেতে অলপ চিন্তা নকৰি তৎক্ষণাৎ তাক হুবহু সুন্দৰ অসমীয়ালৈ ভাঙি ৰাইজক কৈ যায়। বৰ আশ্বৰ্য্যৰ কথা মহাত্মাজীৰ আচল বক্তৃতাৰ এটা কথাও অনুবাদত বাদ নপৰে। মহাত্মাজীৰ সকলো প্ৰশ্নৰ সুন্দৰ উত্তৰ ফুকনে টপ টপকৈ দি গৈছিল। ইয়াতেই ফুকনৰ প্ৰত্যুৎপন্ন মতিৰ অসাধাৰণ শক্তিৰ চিনাকি ভালকৈ ফুটি ওলায়। মহাত্মাজীয়ে ফুকনৰ গুণ গৰিমাত সঁচাকৈয়ে মুগ্ধ হৈছিল আৰু সুস্পষ্টকৈ কৈছিল যে, যি দেশত দেশভক্ত তৰুণৰাম ফুকনৰ নিচিনা এগৰাকী সৰ্ব্বগুণী নিৰ্ভিক যোদ্ধা আছে, তেন্তে সেই দেশ কিয় ৰাজনীতিত পিছ পৰি থাকিব? তেতিয়াৰ পৰাই ফুকন ডাঙৰীয়াই মহাত্মাজীৰ সিদ্ধ মন্ত্ৰ অন্তৰত লৈ স্বাধীনতাৰ উদ্দীপনাময়ী মৰ্ম্মস্পৰ্শী বাণী অসমৰ ইমুৰৰ পৰা সিমুৰলৈকে জনসাধাৰণৰ মাজত কীৰ্ত্তিত্বৰে প্ৰচাৰ কৰিলে। ফুকনৰ



তেজস্বী মধুৰ বাণীত অসমৰ নিৰক্ষৰ লৰা-ছোৱালী, ছাত্ৰ-ছাত্ৰী, ডেকা গাভৰু, যুৱক-যুৱতী, নৰ-নাৰী, বুঢ়া-বুঢ়ী আদি সকলোৱে অনুপ্ৰাণিত হৈ কংগ্ৰেছৰ মোহিনী মায়াত বিমুগ্ধ হৈ, কাৰো হকা-বধা নামানি সকলোকে কাতি কৰি থৈ দেশৰ হকে প্ৰাণ দিবলৈ আনন্দ মনেৰে বুকুত সাহ লৈ ওলাই আহিল। এই খিনিতে ফুকনৰ মহাময়ী ক্ষমতাৰ অদ্ভুত পৰিচয় পোৱা যায়। ৰাজনীতি ক্ষেত্ৰত তেওঁৰ নাম অসমতে নহয়, সমস্ত ভাৰতবৰ্ষতে সুপৰিচিত। অসম দেশত ৰাজনীতি বিষয় আজি যদি কিবা নতুন জাগৰণ দেখা গৈছে তাৰ মূলত আছিল দেশভক্ত তৰুণৰাম ফুকন।

কুৰি শতিকাৰ আদি মধ্যম খণ্ডত দেশভক্ত তৰুণ ফুকনে ভাৰতৰ আগত অসমৰ আসন প্ৰতিষ্ঠাপিত কৰিছিল। এই সময়ৰ অসমৰ সকলো ৰাজনৈতিক ভাৱধাৰাৰ প্ৰধান কেন্দ্ৰ আছিল তৰুণৰাম ফুকন। ভাৰত মাতৃৰ স্বাধীনতাৰ গোন্ধ হে ফুকনে পাই গ'ল কিন্তু তেওঁৰ জীৱনত হৈ নুঠিল। তেওঁৰ নিচিনা একনিষ্ঠ সেৱকৰ জানো কিবা পৰাধীনতা আছিল। ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ বুৰঞ্জীত তৰুণৰাম ফুকনৰ নাম সোণালী আখৰেৰে লিখি ৰাখিব লাগিব।

## মনোমহা অসমত তৰুণ ফুকন

ইংৰাজী ১৯২১ চনত প্ৰথম বাৰ মহাত্মা গান্ধী আসামলৈ আহি অসমৰ বিবৰণ তেখেতে "ইয়ং ইণ্ডিয়া" কাকতত লিখিছিল, সেই বিবৰণ অসম আৰু অসমীয়াৰ শলাগ, দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ বহুমুখী প্ৰতিভা আৰু অসমৰ গুণ গৌৰৱত তেখেতে কেনে দৰে মুগ্ধ হৈছিল, সেই বিবৰণ প্ৰকাশ কৰা হ'ল।

বিশাল ব্ৰহ্মপুত্ৰ নদীৰ পাৰত অৱস্থিত তেজপুৰত বহি মই এই কথা কেইষাৰ লিখিলোঁ। তেজপুৰ পুৰণি কালত শোণিতপুৰ নামে জনাজাত আৰু বানাসুৰৰ ৰাজধানী বুলি প্ৰখ্যাত আছিল। এই বানাসুৰৰ জীয়াৰী উষাক অনিৰুদ্ধই বিয়া কৰায়। সন্তসকলে হৰিহৰৰ

ৰণ হোৱা ঠাই ডোখৰ নির্দ্দেশ কৰি দিব পাৰে। অসম এখন মনোহৰ শ্যামল শস্যৎপাদিনী দেশ। ঠায়ে ঠায়ে নৈৰ দাতিৰ প্ৰাকৃতিক দৃশ্যবোৰ ইমান সুন্দৰ যে পৃথিবীৰ কোনো ঠাইৰ প্ৰাকৃতিক দৃশ্যই তাক চেৰ পেলাব নোৱাৰে। টেম্চ নদীৰ পাৰৰ জাক জমক দৃশ্য মই দেখিছোঁ, কিন্তু আজি মই যি সোত ধাৰৰ পাৰত বহি এই কথাষাৰ লিখিছোঁ, তাক প্ৰকৃতিয়ে বদান্যতাৰে সজাই পৰাই যেন অপৰিমিত সৌন্দৰ্য্য দান কৰিছে, তাতকৈ উৎকৃষ্ট প্ৰাকৃতিক সৌন্দৰ্য্য দেখা বুলি মোৰ মনত নপৰে।

অসমৰ প্ৰত্যেক তিৰোতা জন্মৰে পৰা বোৱনী। যি ছোৱালীয়ে বব কাটিব নাজানে, তেওঁ গৃহিনী হবলৈ আশা কৰিব নোৱাৰে অৰ্থাৎ বব কাটিব নাজানা ছোৱালীৰ দৰা বিচাৰি পোৱা টান। অসমৰ তিৰোতাই কাপোৰত পৰীৰ কাহিনী দেৱ কন্যাৰ সাধুকথা তুলিব পাৰে। মই শ্ৰীযুত তৰুণৰাম ফুকন ডাঙৰীয়াৰ আলহী হৈ আছিলোঁ। তেওঁ মোক অসমীয়া তিৰোতাৰ কাপোৰ বোৱাত পাৰদৰ্শিতাৰ নিদৰ্শন স্বৰূপে যি পুৰণি কাপোৰ দেখুৱাইছিল, সি অতুলনীয়। সেই সুন্দৰ কাৰু-কাৰ্য্যময় চানেকী বোৰ দেখি ভাৰতৰ অতীত গৌৰৱ আৰু লুপ্ত শিল্পৰ কথা ভাবি মই মনে মনে চকুলো মুটুকি নোৱৰিছিলোঁ। আজি ভাৰতত অতি সুন্দৰ এই বিদেশী শাৰীবোৰত সেই চকু জুৰোৱা স্নিগ্ধ মনোমহা নানা ৰঙৰ সমাবেশ ক'তা? আগেয়ে গছ-লতাদিৰ পৰা অসমত যি ৰং উৎপন্ন হৈছিল, আজি কালি সেই ৰং পাবলৈ নাই, লুপ্ত হ'ল। অসম ইংৰাজৰ শাসনৰ তললৈ আহাৰে পৰা ইয়াৰ তিৰোতা সকলে সূতা কাটিবলৈ এৰি দিলে, আৰু সেই দৰে অভিশপ্ত হৈ বিদেশী সূতাৰে কাপোৰ ববলৈ ধৰিলে। এতিয়া অসমীয়া তিৰোতা সকলে কাপোৰ বৈ যি কিছু লাভ কৰে, বিদেশী সূতা কিনোতেই তাৰ সকলো খিনি খৰচ হয়। আজি কালি যি শাৰী কাপোৰ দেখিছোঁ, তাক দেখা সুন্দৰ আৰু ধুনীয়া চানেকীৰ পুৰণি কাপোৰৰ লগত মুঠেই তুলনা



কৰিব নোৱাৰি। অসমৰ দেশহিতৈষী কৰ্ম্মী সকলে কৰ্ত্তব্য কাম কৰিবলৈ যদি চেষ্টা কৰে, তেনেহলে স্বদেশী বিস্তাৰত আসাম প্ৰমুখ্য হৈ উঠিব। ইয়াৰ তিৰোতা সকলে তেওঁলোকৰ নিজৰ আৱশ্যকতকৈ বহুত বেছি কাপোৰ বব পাৰে।

বৰ্ত্তমান এক লাখ বিশ হাজাৰ বিঘা মাটিত অসমত কপাহৰ খেতি হয়। একো বিঘাত গড়ে বাইশ সেৰকৈ কপাহ উৎপন্ন হয়। কিন্তু ইয়াতকৈ বেছি পৰিমাণে কপাহ উৎপন্ন কৰিব পাৰি। মই ইয়াত অতি সুন্দৰ দীঘল ফুটীয়া কপাহো দেখিবলৈ পাইছোঁ। অন্ধ্ৰ প্ৰদেশৰ দৰে অসমৰো প্ৰায় পৰিবাৰ বিলাকৰ ভিতৰত এতিয়াও সুন্দৰ মিহি সূতা কটাৰ প্ৰচলন আছে। অসমীয়া মানুহৰ সময়ৰ অভাৱ নাই বুলি সকলোৱে স্বীকাৰ কৰে। এই বিষয়ে এজন ইংৰাজ লিখকৰ মত মই আন এঠাইত প্ৰকাশ কৰিছোঁ। অসমত যঁতৰ প্ৰস্তুত কৰিবৰ উপযোগী কাঠৰ অভাৱ নাই। আশাকৰোঁ স্বদেশী বিষয়ে অসমে উন্নতিৰ উচ্চ আসন লাভ কৰিবগৈ।

অসমীয়াক ভুলক্ৰমে পিণ্ডাৰী আৰু আন আন জঙ্গলী জাতিৰ শাৰীত থোৱা কথাটো কৈ কিছুমান চৰকাৰী বিষয়াই অসমীয়াক সোঁৱৰাই দিছে। সেই বাবে মই অসমীয়া ত্ৰুটি স্বীকাৰ কৰিছোঁ। যি অসমীয়া জাতি ভাৰতবৰ্ষৰ কোনো শিক্ষিত জাতিতকৈ কোনো বিষয়েই কম নহয়; সেই মহৎ জাতিৰ এটাৰ কথা মই তেনেদৰে লিখি ঘোৰ অন্যায় কৰিছিলোঁ। নানা বৰণৰ উৎকৃষ্ট চিত্ৰৰে পৰিশোভিত অগৰুৰ ছালত সাচি পাতত লিখা তেওঁলোকৰ সুন্দৰ পুৰণি সাহিত্য আছে। অসমীয়া তিৰোতাসকল সুদক্ষ শিপিনী বুলি শুনা মাত্ৰেই তেওঁলোকৰ প্ৰতি মোৰ অনুৰাগ জন্মিছিল। পাৰ্গতা বোৱনী বাবেই তেওঁলোকে সৌন্দৰ্য্য আৰু অঙ্গাবৰণৰ উদ্দেশ্য অটুত ৰাখি নিজৰ সাজ পাৰ কম খৰচতে প্ৰস্তুত কৰি লব পাৰে।

মণিপুৰ যুদ্ধৰ সময়ত মণিপুৰৰ সেনাপতিৰ প্ৰতি ইংৰাজ চৰকাৰৰ বিষয়া সকলৰ ব্যৱহাৰ সমৰ্থন কৰি ইংৰাজী ১৮৯০ চনত মৃত্যু চাৰজন গষ্ট চাহাবে যি বিৱৰণ লিখিছিল তাকে পঢ়ি অসমীয়া জাতিৰ বিষয়ে মোৰ এই ভ্ৰান্তি আহে। মই বুৰঞ্জীৰ মনোযোগী ছাত্ৰ নহও, গতিকে জাতি জঙ্ঘলী বুলি ধাৰণা তেতিয়াৰে পৰা মোৰ মনত ৰৈ যায় আৰু তাকে মই ১৯০৮ চনত লিখো। যি নহওক মোৰ এই ভুল ফেৰিয়ে গৱৰ্ণমেণ্টৰ বিষয়া কিছুমানৰ মনত সন্তোষ দিছিল আৰু শ্ৰোতাসকলৰ আগত মই যেতিয়া মোৰ এই ভ্ৰম স্বীকাৰ কৰোঁ, তেতিয়া তেওঁবিলাকে শুনি বৰ সুখ পাইছিল আৰু লগে লগে মোৰ অসমীয়া ভনীসকলৰ স্বাভাৱিক সৰল সৌন্দৰ্য্যৰ সুখ্যাতি কৰিবলৈ আৰু তেওঁবিলাকক ভাৰত-বৰ্ষৰ সেৱাত আৰু স্বদেশী কাৰ্য্যত ব্ৰতী কৰিবলৈ মোক সুন্দৰ সুযোগ দিছিল।

মোঃ কঃ গান্ধী।

## অসমত ভাৰত জাতীয় কংগ্ৰেছ মহা সভা আহ্বানত

### —তৰুণ ফুকন—

ইংৰাজী ১৯২৫ চনত ভাৰত জাতীয় কংগ্ৰেছ মহা সভা আহ্বান সম্পৰ্কে অসমবাসীৰ মাজত দুটা হ'ল। এটা দলে কয় যে কংগ্ৰেছ মহা সভাৰ অধিবেশন অসমত বহাবলৈ নিমন্ত্ৰণ কৰিব লাগে আৰু আন এদলে কয় যে, আহ্বান কৰিব নালাগে। লগা দলৰ ভিতৰত সৰ্ব্ব প্ৰধান নেতা তৰুণৰাম ফুকন। এই বিষয় লৈ দুয়ো দলৰ ভিতৰত বহুতো বাদানুবাদ হয়। পাছত দুয়ো দলে একমত প্ৰকাশ কৰি কংগ্ৰেছ মহা সভাক আহ্বান কৰাটোকে ঠিক কৰিলে। ফুকন ডাঙৰীয়াই জনসাধাৰাণৰ মাজত এই দৰে সুন্দৰ ব্যাখ্যা কৰি কৈছিল যে, কংগ্ৰেছ মহা সভাক ভাৰতৰ সকলো প্ৰদেশে আহ্বান কৰিব পাৰে; অসমে



নোৱাৰিব কিয়? অসম সদায় কি পাছ পৰি থাকিব? অসমীয়া জাতি নগন্য অনাদৃত হৈ থাকিব? এই মহান আকাঙ্ক্ষা লৈয়ে ফুকনে হৃদয়ত অসীম সাহ বান্ধি অসমবাসীৰ প্ৰধান সেনানায়ক স্বৰূপে অসমলৈ কংগ্ৰেছ মহাসভাৰ অধিবেশন আহ্বান কৰিলে। এই মহাসভাৰ আদৰণি সমিতিৰ সভাপতিৰ দায়িত্বপূৰ্ণ ভাৰৰ বাব ললে দেশভক্ত তৰুণৰাম ফুকনে আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈক প্ৰধান সম্পাদকৰ গুৰু ভাৰ দিলে। এই দুগৰাকী মহাপুৰুষে সৰ্ব্বস্বপন কৰি লগত এদল উৎসাহসী সেৱক লৈ কংগ্ৰেছ মহাযজ্ঞৰ অধিবেশনৰ বাবে অক্লান্ত পৰিশ্ৰম কৰি, সমগ্ৰ অসম পৰিভ্ৰমণ কৰি দুলাখমান টকাও তুলিলে। এইজন মহাপুৰুষে ভাৰত জাতীয় মহাযজ্ঞৰ অনুষ্ঠান কৰি অসমত এটি নৱ-যুগৰ সূচনা কৰিলে। কংগ্ৰেছৰ বিৰাট অধিবেশন অসমী আইৰ বিশাল বুকুত বিপুল সমাৰোহেৰে সমাধা হৈ গ'ল। কিন্তু এই মহাযজ্ঞৰ আদৰণি সমিতিৰ বহুত হাজাৰ টকাৰ ধাৰ লাগিল সভাপতি তৰুণৰাম ফুকন আৰু প্ৰধাণ সম্পাদক নবীন চন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ গলত। এই ধাৰৰ বাবে দুয়োজন মহাত্মালোকৰে পূৰ্ব্বপুৰুষৰ অজস্ৰ বহুমূলীয়া সম্পত্তি বিচাৰ আদালতত নীলাম হৈ গ'ল। আজি পৰ্য্যন্ত এই দুগৰাকী মহাপুৰুষক সেই মহাযজ্ঞৰ ঋণৰ পৰা মুক্ত কৰিব নোৱাৰাত অসমবাসী সচাকৈয়ে সম্পূৰ্ণ দায়ী। পৃথিবীত চন্দ্ৰ দিবাকৰ থাকে মানে তেখেত সকলৰ সুখ্যাতি আৰু সুনাম উদাহৰণ স্বৰূপে জগতত জিলিকি থাকিব। দেশ প্ৰেমিক ফুকন আৰু দেশ সেৱক বৰদলৈৰ গুণ গৰিমাৰ চিনাকি দিবলৈ ভাষাৰ অভাৱ।

---

## কামৰূপৰ পাণ্ডুনগৰীত ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ আদৰণি সভাত তৰুণ ফুকন

ইংৰাজী ১৯২৬ চনত ডিচেম্বৰ মাহত প্ৰকৃতিৰ লীলাভূমি অসমৰ মনোৰম বিখ্যাত পাণ্ডুনগৰীত ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ ৪১ শ অধিবেশন বিপুল সমাৰোহেৰে বহে। তৰুণৰাম ফুকন অসম দেশৰ শ্ৰেষ্ঠতম কংগ্ৰেছ নেতা। দেশৰ কামত অদ্ভুত ক্ষমতা থকাৰ কাৰণে তেওঁক দেশবাসীয়ে দেশভক্ত উপাধিৰে ভূষিত কৰে। নাম জাদা নেতা হব পৰা তেওঁৰ গাত সকলো বিলাক গুণেই আছিল। কংগ্ৰেছ অনুষ্ঠানৰ মহাযজ্ঞৰ আদৰণি সভাৰ গুৰুত্বৰ ভাৰ পৰিল দেশভক্ত ফুকনৰ গাত। ফুকন ডাঙৰীয়াই অভ্যৰ্থনা সমিতিৰ গুৰুভাৰৰ মহাময়ী কৰ্ত্তা হৈ সভাপতিৰ আসনত নিজৰ মনমুগ্ধ লিখিত বিবৰণিত উপস্থিতি দৰ্শক বৃন্দক বিমোহিত কৰিছিল। তেখেতে এইদৰে সুন্দৰ বৰ্ণনা কৰিছিল ঃ—

প্ৰকৃতিয়ে যোগোৱা স্বাভাৱিক ঐশ্বৰ্য্যত চহকী অসম সচাঁকৈয়ে মনোৰমা আৰু সৌন্দৰ্যতে জাকজমকীয়া। এই অসমৰ শিতানত বিশাল পৰ্ব্বতশ্ৰেণী লৈ, মাজত ভূটান, খাছিয়া জয়ন্তীয়া, নগা, গাৰো আদি ওখ বিনন্দীয়া পাহাৰবোৰে আবৰি থকা আহল বহল ভৈয়াম খনি লৈ বুকুৰ মাজেদি গহীন গম্ভীৰ ভাবে বৈ যোৱা বিশাল ব্ৰহ্মপুত্ৰ পৱিত্ৰ নদ খনক লৈ অসমে গোটেই পৃথিবীৰ ভিতৰতে এখন অতি ধুনীয়া দেশ বুলি থিয় হব পাৰে। সেই কাৰণেহে বিশ্ব সাহিত্যৰ অমূল্য ভাণ্ডাৰৰ চিৰকলীয়া যোগিণী-তন্ত্ৰত লিখি থোৱা আছে যে, দেৱতা সকলো অসমত আহি মৰিবলৈ বিচাৰে আৰু সাধাৰণ নৰ মনিচৰ কথা কি ?

কামৰূপৰ এই পৱিত্ৰ ভূমিতে বশিষ্ঠ, গলভ, শুক্ৰাচাৰ্য্য, কাশ্যপ আদি সুনাম ঋষি মুনি সকলে তপস্যাৰ আশ্ৰম ভূমি বাচি লৈছিল।



কোচ বিহাৰ আৰু ৰংপুৰ জিলাক সাৱটি কৰোৱাং সমাকীৰ্ণ যাবৎ দিকৰ বাসীনি থকা প্ৰাচীন কামৰূপ ৰাজ্যই এসময়ত ভাৰতীয় কৃষ্টিৰ কেন্দ্ৰ আছিল। কামৰূপৰ ৰাজকুমাৰ ভাস্কৰ-বৰ্ম্মাই চীন দেশৰ পৰি ব্ৰাজক হিৱেন চাঙৰ লগত জনপ্ৰিয় সম্ৰাট হৰ্ষবৰ্দ্ধনৰ ওচৰলৈ গৈ সম্বৰ্দ্ধনা পাইছিল। হিৱেন চাঙৰ ভ্ৰমণ কাহীনিয়ে অতীজৰ কামৰূপৰ মহাময়ী গৌৰৱ জগতত জিলিকাই ৰাখিছে।

ইংৰাজৰ শাসনৰ আমোলত আমাৰ অৱস্থা অতি শোক লগা হলেও আমি এটা অতি প্ৰাচীন হিন্দু সভ্যতাৰ উত্তৰাধিকাৰী তাত কোনো সন্দেহ নাই। ফুকন ডাঙৰীয়াই অতি গৰ্বিত ভাবে এইদৰে কৈছিল যে, যদি পৃথিবীৰ কোনো ঠাইতে হিন্দু ধৰ্ম্মৰ উদাৰ আৰু উন্নতিশীল ৰূপ লাভ কৰি এটা জীৱন শক্তি স্বৰূপে জাগ্ৰিত হৈ আছে তেন্তে সেই অসমভূমি। অতি প্ৰাচীন কালত অনাৰ্য্য সভ্যতাই যে আৰ্য্য সভ্যতাৰ আগত মূৰ ডোৱাব লগাত পৰিছিল, এই মূল্যৱান কথাটো আগৰ দিনৰ অসুৰ ৰজাসকলৰ দিল্লীৰ আৰ্য্য বংশীয় ৰজা সকলৰ প্ৰাধান্য স্বীকাৰ কৰা কথাৰ পৰা প্ৰতীয়মান হয়। মধ্য যুগত অসমীয়াৰ ধৰ্ম্ম বিশ্বাসৰ ওপৰত এবিধ হীন মনোবৃত্তিজাত হিন্দু ধৰ্ম্মৰ গোড়ামীয়ে বিশেষ প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়, কিন্তু সেই যুগৰ দুজন স্বনামধন্য প্ৰধান ধৰ্ম্ম সংস্কাৰক শঙ্কৰদেৱ, মাধৱদেৱ আৰু তেওঁলোকৰ সমসাময়িক ব্ৰাহ্মণ দামোদৰদেৱৰ প্ৰচাৰ কাৰ্য্য অসমভূমিত এটা ধৰ্ম্ম সম্বন্ধীয় নৱ জাগৰণৰ যুগৰ সুচনা কৰে। সেই সময়ৰ সমসাময়িক ভাৰতীয় বৈষ্ণৱ আন্দোলন আৰু ইউৰোপৰ প্ৰটেষ্টাণ্ট আন্দোলনৰ লগত হে এই আন্দোলন তুলনা কৰিব পাৰি। এই কেইজন মহাপুৰুষে সেই সময়ৰ ৰাজশক্তিৰ হাতত নানা অত্যাচাৰ উৎপীড়ণ সহ কৰিব লগাত পৰিছিল আৰু প্ৰৱল প্ৰতাপী অসম ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰি থকা ব্ৰাহ্মণ সকলৰ প্ৰতিপত্তিৰ বিৰুদ্ধে সত্যাগ্ৰহ অৱলম্বন কৰিব লগাত পৰিছিল। শেষত সত্যৰেই জয়

হল। আমাৰ এই দুজনা মহাপুৰুষে অসমৰ এনে এটা প্ৰেম আৰু ভ্ৰাতৃত্ব দোলেৰে বান্ধ খোৱা উদাৰ নাম ধৰ্ম্ম দান কৰি গ'ল যে, কোনো মিশ্যন আদিৰ দ্বাৰা দীক্ষা দিয়া প্ৰথাৰ সহায় নোলোৱা কৈয়ে তান্ত্ৰিক ধৰ্ম্মৰ উপাসক হাজাৰ হাজাৰ ভাই বন্ধুক হিন্দু ধৰ্ম্মৰ মাজলৈ আনিব পৰা সম্ভৱপৰ হ'ল। এই মহাপুৰুষৰ প্ৰচাৰ কাৰ্য্যৰ বাবেই ভাৰতৰ আন আন ঠাইৰ দৰে অসমত অস্পৃশ্যতা ব্যাধিৰ প্ৰাদুৰ্ভাৱ দেখা নাযায়। ধৰ্ম্ম প্ৰচাৰক হিচাবে মাত্ৰ তেওঁলোকৰ খ্যাতি বৈ বৈ যোৱা নাই, সাহিত্য ক্ষেত্ৰতো তেওঁলোকে অসাধাৰণ প্ৰতিভাৰ পৰিচয় দিছিল। মূল সংস্কৃত ভাষাৰ পৰা উৎপত্তি হোৱা ভাষা সমূহৰ ভিতৰত অসমীয়া এটা প্ৰাচীন ভাষা। মহাপুৰুষ সকলে গীত, ঘোষা, কীৰ্ত্তন, বৰগীত আদিৰ দ্বাৰা অসমীয়া সাহিত্য চহকী কৰি গ'ল আৰু ধৰ্ম্ম সংস্কাৰ হিচাবে তেখেত সকলৰ কৃতকাৰ্য্যতাৰ গুৰিতেই আছিল মানৱৰ উচ্চ ভাৱ অনুভূতি আৰু মানৱ আত্মাৰ প্ৰতি তেওঁলোকৰ আকৰ্ষণ কৰিব পৰা শক্তি। এই কেইজন স্বনামধন্য কবিৰ পূৰ্ব্বে আৰু পাছতো কেইবা জনো লিখকে অসমীয়াৰ পদ্য আৰু গদ্য সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। তৰুণ ফুকনে সভাপতিৰ আসনত এইদৰে বুকু ডাঠি কৈছিল যে, তেওঁলোকৰ প্ৰণীত কাৰ্য্যাৱলীয়ে পৃথিবীৰ যি কোনো শ্ৰেষ্ঠ সাহিত্যৰ শোভা বৰ্দ্ধন কৰিব পাৰে। ভাস্কৰ্য্যৰ ক্ষেত্ৰতো ধুবুৰীৰ পৰা শদিয়া আৰু উত্তৰৰ পৰা দক্ষিণ স্থান সমূহৰ ওপৰেদি চকু ফুৰাই গলেই প্ৰাচীন সভ্যতা আৰু কৃষ্টিৰ মহান গৌৰৱ অনুভৱ কৰি থকা মঠ, মন্দিৰ, মূৰ্ত্তি, সুনিপুণ কাৰুকাৰ্য্য খচিত শিলৰ স্তম্ভ আৰু দেৱালয়ৰ গাত শিল কাটি কৰা অপূৰ্ব্ব ভাৱ ব্যঞ্জক চিত্ৰাঙ্কণ সমূহ দেখিবলৈ পাব।

এই বিশাল কামৰূপতেই উদাৰ হিন্দু ধৰ্ম্মৰ আসামভূমি মুছলমানৰ পোৱামক্কা ইয়াৰ পৰা পোন্দ্ৰৰ মাইল দূৰৈত থকা হাজোত আছে আৰু ফুকন ডাঙৰীয়াই এই মহাযজ্ঞৰ স্থলত গৌৰৱ কৰি কব পাৰিছিল যে,



অসমত হিন্দু আৰু মুছলমানে অতীজৰে পৰা অতি মিলাপ্ৰীতিৰে বাস কৰি আহিছে আৰু এতিয়াও সেই মিলা প্ৰীতিতেই আছে।

পুৰণি অসমীয়া সকলৰ দ্বাৰা ভাৰতৰ বৰ্ত্তমান প্ৰধান সমস্যা খদ্দৰ আন্দোলন ইমান সৰল ভাবে সমাধান কৰা হৈছিল যে, যদি আমি সেই দিনৰ কাৰ্য্যাবলী ঘুৰাই আনিব পাৰো, তেন্তে বিদেশী কাপোৰ বৰ্জ্জন আন্দোলন আমাৰ মাজত অপ্ৰয়োজনীয় হৈ পৰে। আজিৰ দিনত এইটো কথা কোনেও নুই বুলিব নোৱাৰে যে, আমাৰ অনুষ্ঠান সমূহ বিনানেই সংগঠিত নহওঁক খদ্দৰ উৎপন্ন কাৰ্য্য কোনো একচেতীয়া শ্ৰমৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি। সুতা কটা আৰু বোৱন কাৰ্য্য যাতে সকলো সময়তে সকলো ঠাইতে বিয়পি যাব পাৰে তাৰ বাবে খদ্দৰ উৎপন্ন কৰা সকলো পৰিয়ালৰে উদ্দেশ্য হব লাগে আৰু সেই হেতুকে সুতা কটা জীৱন্ত অনুষ্ঠানত পৰিণত কৰিব লাগে। পুৰণি অসমীয়া পৰিয়ালৰ মাজত ঠিক এনে অভ্যাসৰ প্ৰচলন আছিল। অসমত উচ্চ বংশীয় সকলো ভদ্ৰ মহিলায়েই বোৱা কটা কৰে আৰু যোৱা দেৰ কুৰি বছৰৰ মাজত মাথোন যদিও সূতা কটা অভ্যাসতো এৰি দিছে তথাপি বোৱনি অভ্যাস এতিয়াও কতো এৰি দিয়া নাই। এতিয়া অসমৰ এনে কিছুমান ঠাই আছে য'ৰ মুগা, এৰি, কপাহী আৰু পাটৰ সূতা কটা কাম বৰ ডাঙৰ ধৰণেই চলে আৰু সেই মতে প্ৰায় কেবালাখ টকাৰ মূল্যৰ কাপোৰ সেই ঠাইবোৰত বছৰি উৎপন্ন হয়। অসমৰ নগাওঁ জিলাৰ সদৌ ভাৰত কাটনি সঙ্ঘই কাম কৰা তেনে এটা কেন্দ্ৰত তিনি মাহৰ ভিতৰতে ত্ৰিশ হাজাৰ গজৰ ওপৰ খদ্দৰ কাপোৰ বিশেষকৈ যিসময়ত মানুহে সাধাৰণতে কাপোৰ বোৱা কাম নকৰে, তেনে সময়তে উলিয়াই দিছে। সেই কাৰণে বোৱনি কাৰ্য্যত আমি গোটেই ভাৰততে সুনিপুনতা আৰ্জ্জিছো বুলি কলে বোধ কৰোঁ বঢ়াই কোৱা নহব।

অসমীয়া তিৰোতাই কাপোৰৰ ওপৰত "অগেশ্বৰীৰ" সাধু বিচিত্ৰিত

কৰে” মহাত্মাজীৰ এই বহুমূলীয়া বাক্য শাৰী যদিও আমাৰ তিৰোতাসকলৰ প্ৰতি অতি প্ৰসংশামূলক তথাপি ই একো অতিৰঞ্জিত বৰ্ণনা নহয়। সেই কাৰণে অসমত খদ্দৰ আন্দোলনৰ বিষয়ে ফুকন ডাঙৰীয়াই ভাবে যে অসমত খদ্দৰ প্ৰচলনৰ বাবে কম দামী কপাহ আৰু আন আন সূতা কটা সজুলি যোগানৰ নিমিত্তে নাইবা সূতা কটাৰ বাবে আগ্ৰহ জন্মাবৰ নিমিত্তে কোনো ভিন্ন অনুষ্ঠানৰ আৱশ্যক নকৰে। এইটো কথাও তেখেতে বিশ্বাস কৰি কৈছিল যে আমি সূতা কটা আৰু বোৱন কাৰ্য্য ত্যাগ নকৰা কাৰণেই ইমান দৰিদ্ৰতাৰ মাজতো আমাৰ অৱস্থা একেবাৰেই ছালছিগা নহয়। এইটো এটা বিশেষকৈ মন কৰিব লগীয়া কথা যে অসমৰ বাৰ লাখ চুক্তিবদ্ধ বনুৱাৰ অসমীয়া এটিও নাই। ফুকনৰ মতে খদ্দৰ এটা লাভ জনক বাণিজ্য বিষয় নহব পাৰে কিন্তু অৰ্থহীন ফালৰ পৰা চালেই সম্পূৰ্ণভাবে কাৰ্য্যকৰী তাত অকনো ভুল নাই।

তৰুণৰাম ফুকনে কংগ্ৰেছ মহাসভাৰ মুকলি অধিবেশনত ভাতৃবৃন্দৰ আগত এইদৰে ঘোষণা বাণী প্ৰচাৰ কৰিছিল যে, ইংৰাজী ১৮২৬ চনত ইয়াণ্ডাবুৰ সন্ধি মতে অসম দেশৰ এক অংশহে ইংৰাজ ৰাজ্যৰ লগত চামিল হৈছিল আৰু তাৰ পাছত যোৱা ইংৰাজী ১৮৩৮ চনতহে গোটেই অসমদেশ বৃটিছৰ শাসন নীতিৰ তললৈ আহিছে। বৃটিছ জাতিৰ শাসনৰ আমোলত অৱশ্যে আমাৰ কিছু উন্নতিমূলক কাম হৈছিল, সি ঠিক আৰু সেই কাৰণে আমাৰ ৰাজ শাসনৰ ওপৰত আমি কৃতজ্ঞ। কিন্তু যেতিয়া কলেৰা, কলাজ্বৰ, মেলেৰীয়া, বসন্ত আদিয়েই অসমদেশ ছন কৰি শুহিবলৈ ধৰিছে, তেতিয়া অসম গৱৰ্ণমেণ্টে খাজানা বঢ়োৱাৰ বিষয়ে ভবা কেৱল নিষ্ঠুৰতাৰ কামেই নহয়, অপৰাধ কথাও। তাতোকৈ দোষনীয় হৈছে অসমৰ মানুহ বোৰৰ মাজত কানি প্ৰচলন চলাই অন্যায় ভাবে বিষ দি মাৰিবলৈ যোৱা কাৰ্য্যই! আৰু তেতিয়া এদল নিঃস্বাৰ্থ দেশ সেৱকে এই বিষয়ে যোৱা অসহযোগ আন্দোলনৰ সময়ত মাত মাতিছিল, তেওঁলোকক তেতিয়া ৰাজ বিদ্ৰোহী বুলি জেলৰ ভিতৰতহে আটক কৰি থোৱা হৈছিল।



যদি আমি সঁচাকৈয়ে বিশ্বাস কৰো যে, স্বৰাজ আমাৰ জন্মস্বত্ব আৰু যদি আমি অনতি পলমে আমাৰ স্বৰাজ প্ৰাপ্তিৰ উদ্দেশ্যে একাগ্ৰ-চিত্তেৰে আৰু কায়মনোবাক্যেৰে কাৰ্য্য কৰি যাব খোজোঁ, তেন্তে আমি হিন্দু-মুছলমানৰ ঐক্যতা বাস্তৱত পৰিণত কৰিব লাগিব আৰু ফুকনে সবল চিত্তেৰে বিশ্বাস কৰিছিল যে, ই সম্ভৱপৰ যদিহে আমি তেনে একতা সঁচাকৈয়ে ইচ্ছা কৰোঁ। আমি প্ৰথমতে স্বাৰ্থপৰ আৰু প্ৰতিক্ৰিয়া-শীল সাম্প্ৰদায়িক মনোভাব আমাৰ মাজৰ পৰা দূৰীভূত কৰিব লাগিব আৰু অস্পৃশ্য সকলক পলম নকৰি আমাৰ মাজলৈ টানি আনিব লাগিব আৰু যাইকৈ ধনী, দুখী নিৰ্ব্বিশেষে সকলো শ্ৰেণী ভাৰতীয়ৰ মাজত কংগ্ৰেছ যে ভাৰতৰ মুক্তি সাধনৰ নিমিত্তে এক উদ্দেশ্য আৰু এক কাৰ্য্য-ক্ৰমেৰে অনুপ্ৰাণিত হোৱা এখন জীৱন্ত অনুস্থান, এই ভাৱটো বদ্ধমূল কৰি তেওঁলোকৰ মাজত কংগ্ৰেছৰ আস্থা জন্মাব লাগিব।

যি সময়ত ভাৰতৰ জন সমূহে আপোনালোকৰ সন্মিলিত সিদ্ধান্তৰ নিমিত্তে বাট চাই আছে, যি সময়ত পৰিপাৰ্শ্বিক অৱস্থাই আমাক সকলো উদ্যমেৰে ঐক্য প্ৰচেষ্টাত যোগ দিবলৈ আহ্বান কৰিছে, সেই সময়ত আপোনালোকৰ ভ্ৰাতৃ-বন্ধুৰ মাজত দলাদলি ভাৱৰ সৃষ্টি কৰা উচিত কাৰ্য্য হবনে? ৰাজনীতি ক্ষেত্ৰত সংউদ্দেশ্যৰ মতানৈক্য অৱশ্য অপৰিহাৰ্য্য, কিন্তু সময়ত শত্ৰুৱে আমাক আমাৰ ধ্বংশ সাধনৰ নিমিত্তে বেঢ়ি ধৰিবৰ উপক্ৰম কৰিছে, সেই সময়ত আমি সকলোৱে এক পতাকাৰ তলত সমবেত হোৱা উচিত নহবনে? আমাৰ হাতত যেতিয়া আমাৰ উমৈহতীয়া শত্ৰুক পৰাজয়ৰ নিমিত্তে একমাত্ৰ অস্ত্ৰ সন্মিলিত আৰু ঐক্য কাৰ্য্য ধাৰাহে বৰ্ত্তমান আছে, তেন্তে আমি আমাৰ মাজৰ পৰা সকলো ভেদ ভাৱ নিৰ্ম্মূল কৰা উচিত নহবনে?

তৰুণৰাম ফুকনে এই দৰে নিজৰ মত প্ৰকাশ কৰিছিল যে, দেশৰ এনে সন্ধিক্ষণত মই যদি ব্যক্তিগত ভাবে মহাত্মা গান্ধিক আকৌ এবাৰ আমাৰ নেতৃত্ব গ্ৰহণ কৰিবলৈ সকাতৰে আহ্বান কৰিব খোজোঁ, তেন্তে আশা কৰোঁ আপোনা সকলে যেন একো দায় নধৰে।

যাদুকৰৰ দেশ এই কামৰূপত এনে এটা কিংবদন্তি আছে যে, ইয়াত যি কোনো মানুহেই তিনি ৰাতিৰ ওপৰ থাকিলে, ভেৰা হৈ পৰে আৰু আমি সকলোৱে জানো ভেৰায় এইটোও বিশেষত্বও আছে যে, সিহতে সদায় তাহাঁতৰ দলপতিৰ পাচ নেৰে। সেই কাৰণে আমি আশা কৰোঁ যাতে যাদুকৰৰ দেশৰ এই মায়াপী শক্তিয়েই আমাৰ মাজৰ পৰা দলিয়া-দলি ভাব গুচাই হিন্দু আৰু মুছলমান দুয়োকে ভাতৃভাৱ আৰু প্ৰেমৰ জৰীৰে বান্ধি একগোট কৰি সবৰমতীৰ ভেৰা ৰখীয়াৰ নেতৃত্বত কংগ্ৰেছৰ মাজত একত্ৰ কৰি দিয়ে।

অতীজৰ কামৰূপ ৰাজ্যৰ ভিতৰতে প্ৰসিদ্ধ পাণ্ডৱ নামৰ। এই ৰাজ্যতে বুৰঞ্জীত জিলিকি থকা মহা পৰাক্ৰমী দানৱ আৰু অসুৰ নামে ছটা নাম জাদা বংশৰ ৰজা সকলে ৰাজত্ব কৰি অক্ষয় কিৰিটি অৰ্জ্জন কৰিছিল। বিখ্যাত পাণ্ডৱ নগৰ গুৱাহাটীৰ পৰা পাচ মাইল দূৰৈত। এই নগৰৰ চাৰিও দিকে বিনন্দীয়া প্ৰাকৃতিক দৃশ্য দেখিলে দৰ্শক সকলে প্ৰেমত ভোল গৈ আপোন পাহৰা হয়। এই পাণ্ডৱ নগৰৰ ওচৰতে প্ৰসিদ্ধ কামাখ্যা দেৱীৰ মন্দিৰ। বিশাল পৱিত্ৰ ব্ৰহ্মপুত্ৰ নদ এই নগৰৰ নিচেই কাষেদি বৈ যোৱাত ইয়াৰ সৌন্দৰ্য্য দুগুণে চৰিছে। মহা পুৰুষ পাণ্ডৱ সকলৰ বাসস্থান আছিল কাৰণেই পাণ্ডুৰ নাম পাণ্ডৱ নগৰ।

ইংৰাজী ১৯২৬ চনৰ ডিচেম্বৰ মাহত প্ৰসিদ্ধ পাণ্ডৱ নগৰীত ভাৰত জাতীয় কংগ্ৰেছ মহা সভাৰ ৪১ শ অধিবেশন বহে। এই জাতীয় মহাযজ্ঞৰ মহানুষ্ঠানৰ সভাপতিৰ আসনত আছিল মাদ্ৰাজৰ জন প্ৰিয় বিখ্যাত কংগ্ৰেছ নেতা শ্ৰীযুত নিবাস আয়েঙ্গাৰ। অসমত ভাৰত জাতীয়



মহা সভাৰ এয়ে প্ৰথম অধিবেশন। ইয়াৰ পিছতো অসমত কংগ্ৰেছ মহা সভাৰ অধিবেশন বহা নাই। দেশভক্ত তৰুণৰাম ফুকনে এই কংগ্ৰেছ মহা সভাৰ অভ্যৰ্থনা সমিতিৰ মহা দায়িত্ব পূৰ্ণ সভাপতিৰ পদত জন সাধাৰণৰ পৰা নিৰ্ব্বাচিত হৈছিল। এই মহাযজ্ঞৰ হিতাৰ্থে সদৌ অসমবাসীয়ে অহোপুৰুষাৰ্থ, দান আৰু ত্যাগ আদিৰে মহৎ পৰিচয় দিলে। দেশ প্ৰেমিক ফুকন ডাঙৰীয়াই এই মহানুষ্ঠানৰ সৰ্ব্ব প্ৰধান কৰ্ম্মী। ভাৰতীয় কংগ্ৰেছ মহা সভাৰ বিবৰণ বৰ্ণনাবলৈ ভাষাৰ অভাৱ। কংগ্ৰেছ মহা সভাৰ আটাই বিলাক অধিবেশনৰ ভিতৰত অসমৰ কংগ্ৰেছ সভাই বেচি নামজ্বলা।

কুৰি শতিকাৰ পৃথিবী শ্ৰেষ্ঠ মহা মানৱ দেৱৰ দুৰ্লভ মহাত্মা গান্ধি, ৺পণ্ডিত মতিলাল নেহৰু, সৰোজনী নাইডু, শ্ৰীনিবাস আয়াঙ্গাৰ, মহম্মদ আলি, চৌথত আলি প্ৰভৃতি ভাৰত মাতৃৰ ৰাজনীতিজ্ঞ ধ্ৰুৱ তৰা বোৰ আহি জাতীয় মহাযজ্ঞৰ মহানুষ্ঠানৰ যাউতি-যুগীয়া গৌৰৱ বঢ়াই আৰু সেই সময়ৰ অসম আকাশ উজলাই পেলাইছিল। পাণ্ডৱ নগৰৰ অতি চমৎকাৰ লাৱণ্যময়ী ৰূপ গুণত সকলো দৰ্শক বৃন্দ বিমোহিত হৈছিল। ভাৰতীয় কংগ্ৰেছ মহা সভাৰ কাৰণে অসমৰ সৎপুত্ৰ দেশহিতৈষী স্বৰ্গগামী তৰুণৰাম ফুকনে অক্লান্ত পৰিশ্ৰম, অহো-পুৰুষাৰ্থ, অশেষ চেষ্টা আৰু ত্যাগ আদিৰে অসমী আইৰ সুযশ, সুখ্যাতি, মান মৰ্য্যাদাদি অটুত ৰাখিবলৈ প্ৰাণপনে চেষ্টা কৰিছিল। বিশেষ ভাৱে যত্ন কৰিও অৱশেষত কংগ্ৰেছ মহা সভাৰ হাজাৰ হাজাৰ টকাৰ ঋণ পৰিশোধ কৰিব নোৱাৰি দেশপ্ৰিয় তৰুণৰাম ফুকনে পূৰ্ব্ব পুৰুষৰ অতুলনীয় ঐশ্বৰ্য্য সম্পত্তি দান কৰি মহাময়ী ত্যাগৰ মহৎ পৰিচয় দিছিল। দেশভক্ত ফুকনৰ এই মহান ত্যাগ গৰিমাৰ জ্বলন্ত উদাহৰণ অসমী আৰু ভাৰতী আইৰ নৰ-নাৰীৰ অন্তৰত চিৰকাল জ্বলি থাকিব।

# ভাৰতীয় কংগ্ৰেছ মহাসভাত

ইংৰাজী ১৮৮৫ চনত ভাৰত চৰকাৰ লৰ্ড ডাফ্রিনৰ শাসনৰ কালত ভাৰতৰ বিখ্যাত নগৰী বোম্বাইত ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ প্ৰথম অধিবেশন বহে। তেতিয়াৰে পৰা বছৰি বছৰি ভাৰতৰ বিভিন্ন ঠাইত কংগ্ৰেছ মহাসভাৰ অধিবেশন বহে। ভাৰতবৰ্ষৰ ভিতৰত কংগ্ৰেছেই সৰ্ব্বপ্ৰধান ৰাজনৈতিক অনুষ্ঠান। বৰ্ত্তমান বৈজ্ঞানিক যুগত পৃথিবীত কংগ্ৰেছ মহাসভাই শ্ৰেষ্ঠতম অনুষ্ঠান বুলি জনাজাত। এই উচ্চতম বিশাল অনুষ্ঠানৰ প্ৰধান গুৰীয়াল মহাত্মা গান্ধি।

ইংৰাজী ১৯১৪ চনত পৃথিবীৰ মহাসমৰ আৰম্ভ হৈ ১৯১৮ চনত তাৰ কাৰ্য্য অন্ত পৰে। এই মহাসমৰত ভাৰতীয় কংগ্ৰেছে ইংৰাজ জাতিক যথাসাধ্য সহায় কৰিও একো নাপালে। প্ৰতিজ্ঞা ভঙ্গ কৰি; যেতিয়া তুৰ্কীৰ চুলতান আৰু মুছলমানৰ ধৰ্ম্ম গুৰুক ভালকৈ বৃটিছে অপমান কৰিলে; তেতিয়া ভাৰতত দুগুণে অসন্তোষ বাঢ়ি গল।

ইংৰাজী ১৯০৬ চনত ভাৰতৰ বিখ্যাত ৰাজনৈতিক অনুষ্ঠান মুছলিম লীগৰ জন্ম হয়। এই অনুষ্ঠানৰ শক্তিৰে ভাৰতৰ মুছলমান সম্প্ৰদায়ে খিলাফত আন্দোলন চলায়। খিলাফত আন্দোলনৰ প্ৰধান নেতা আছিল মহম্মদ আলী আৰু চৌকত আলী নামে দুজন প্ৰতাপী ককাই-ভাই। অৱশেষত আলী ভ্ৰাতৃদ্বয়ে মহাত্মা গান্ধিৰ লগতে ভাৰতৰ মুছলমান সম্প্ৰদায়ক একত্ৰিত কৰিলে। তেতিয়া জিন্না চাহাব প্ৰথম শ্ৰেণীৰ জাতীয়তাবাদীৰ নেতা। মহাত্মাই সকলোকে চেৰ পেলাই ভাৰতীয় কংগ্ৰেছৰ শক্তিশালী গৌৰৱ বঢ়াই নিজৰ মৰ্য্যাদা অটুত ৰাখিলে।

ইংৰাজী ১৯১৯ চনত ইংৰাজে পঞ্জাব প্ৰদেশত জানিৱালাবাগৰ বীভৎস হত্যাকাণ্ড আৰু ডায়াৰৰাডায়াৰৰ খিতাপি লাভ। এই প্ৰকাণ্ড ঘটনাত দেশৰ উত্তাপ বাঢ়ি গ'ল। ১৯২০ চনত মহাত্মা গান্ধিয়ে জানিৱালাবাগৰ নিষ্ঠুৰতা হত্যাৰ বিষয়লৈ ভাৰতবাসীৰ মাজত এটা প্ৰৱল



ৰাজনৈতিক জাগৰণৰ সৃষ্টি কৰে। মহাত্মা গান্ধিয়ে সমগ্ৰ ভাৰত পৰি-ভ্ৰমণ কৰি দেশৰ জনসাধাৰণৰ মাজত স্বাধীনতাৰ মধুৰ বাণী উন্নতভাৱে প্ৰচাৰ কৰে।

ইংৰাজী ১৯২১ চনত মহাত্মা গান্ধিয়ে বৃটিছ জাতিৰ বিৰুদ্ধে প্ৰৱল ভাৱে অসহযোগ আন্দোলন দেশত আৰম্ভ কৰে। এই মহৎ আন্দোলনৰ ঢেউয়ে বৃটিছ শাসক-শাসিতক চমকিত কৰি পেলালে। আন্দোলনৰ ফলত শীতলবাদ চাৰ ছাপ্ৰুৰ মডাৰেট দল বুৰ গ'ল। এই শুভ সন্ধিক্ষণত অসমৰ সুযোগ্য ব্যাৰিষ্টাৰ আৰু আইন কলেজৰ খ্যাতনামা অধ্যাপক তৰুণৰাম ফুকনে দেশৰ ৰাজনৈতিক অৱস্থা চাই মহাত্মা গান্ধিৰ আহ্বানত সকলোকে ত্যাগ কৰি অসহযোগ আন্দোলনত একাগ্ৰচিত্তে যোগ দিয়ে। ফুকনে মহাত্মাজীৰ স্বাধীনতা মন্ত্ৰত দীক্ষিত হৈ সমগ্ৰ অসম পৰিভ্ৰমণ কৰি অসমবাসীক ৰাজনৈতিক ক্ষেত্ৰত প্ৰচণ্ড বতাহৰ দৰে জগাই তুলিলে। অসহযোগ আন্দোলনৰ ধুমুহা বতাহে বৃটিছ শাসিতক চমকিত কৰে। এই বিষয় বৃটিছ গৱৰ্ণমেণ্টে শাসন পদ্ধতিৰ বাবে নানান কৌশলৰ উপায় অৱলম্বন কৰিব লগীয়াত পৰে। অৱশেষত বৃটিছ গৱৰ্ণমেণ্টে এই আন্দোলন বে-আইনী বুলি দেশত ঘোষণা কৰিলে আৰু এই ক্ষেত্ৰৰ নেতাসকলক নানা ৰকম শাস্তি বিধান কৰে। অসমৰ নেতাসকলৰ ভিতৰত ফুকনে আটাইতকৈ প্ৰধান আছিল। তেখেতৰ অতুলনীয় শক্তিত ভাৰতৰ ৰাজ-নৈতিক ক্ষেত্ৰত অসমৰ নাম সুন্দৰকৈ জিলিকি উঠে। তেওঁৰেই অসমৰ লুপ্ত অতীত প্ৰৱল ৰাজনৈতিক শক্তি পুনৰাই উদ্ধাৰ কৰি ৰাজনৈতিক মহাপুৰুষৰ আদৰ্শৰ অদ্ভুত ক্ষমতাৰ পৰিচয় ভালকৈ দিয়ে। কংগ্ৰেছৰ অসহযোগ আন্দোলন সম্পৰ্কে কাৰাদণ্ডত দণ্ডিত হৈ ভাৰত মাতাৰ চেনেহৰ বীৰপুত্ৰ তৰুণ ফুকনে যি মাতৃসেৱাৰ জলন্ত চিনাকি দি গল তাৰ বাবে অকল অসমীয়াই নহয়, ভাৰতবাসী মাত্ৰেই তেওঁৰ ওচৰত ধৰুৱা।

ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ মূলমন্ত্ৰ ফুকনে পাহৰিবলৈ অন্তৰত বৰ কঠিন পাইছিল আৰু এই শ্ৰেষ্ঠতম ৰাজনৈতিক অনুষ্ঠানৰ সকলো

মূল্যবান আদেশ আৰু কাউন্সিল বৰ্জ্জন আদিও বিনা ওজৰে মানি চলিছিল। এই সূত্রে ঘাইকৈ তেখেতৰ লগত মহাত্মা গান্ধি, লালা ৰাজপাত ৰায়, পণ্ডিত মতিলাল নেহৰু, চিত্তৰঞ্জন দাস, নবীনচন্দ্র বৰদলৈ, মহম্মদ আলি, চৌকত আলি, শ্ৰীনিবাস আয়েঙ্গাৰ, মদন মোহন মালব্য, পণ্ডিত জৱহৰলাল, পণ্ডিত বিজয়লক্ষী, সৰোজিনী নাইডু, ৰাজেন্দ্ৰ প্ৰসাদ সুভাষ বসু আদি ৰাজনৈতিক পুৰুষসকলৰ লগত বিশেষ ভাৱে ঘনিষ্ঠ হয়। ইংৰাজী ১৯২১ চনৰ পৰা ১৯৩০ চনলৈকে ফুকনে কংগ্ৰেছত অসাধাৰণ ক্ষমতা আৰু সুখ্যাতি লাভ কৰে। তাৰ পাছত তেখেতে কংগ্ৰেছৰ অৱশৰ লৈ আন ফালে যোগ দিয়ে তাৰ ফলত তেওঁ আনন্দজনক অপমান পায়। ১৯৩৮ চনত ফুকনে দল এৰি দি আহি আকৌ কংগ্ৰেছৰ মহামন্ত্ৰত শৰণাগত হৈ, কংগ্ৰেছত পূৰ্ণামাত্ৰাই যোগ দি লুপ্ত গৌৰৱ পুনৰায় লাভ কৰে। ভাৰতীয় কংগ্ৰেছ মহা সভাৰ ৰাষ্ট্ৰপতিৰ সিংহাসন অধিকাৰ কৰিব পৰা তেওঁৰ যথেষ্ট ক্ষমতা থকা স্বত্বেও কাৰ্য্যত পৰিণত হবলৈ সুবিধা আৰু সুযোগও নাপালে। ফুকনৰ মৃত্যুত আজি অসমবাসী আৰু ভাৰতবাসী সকলোৱে শোকাকুল।

## অসহযোগ আন্দোলনত

আজি বহুত দিনৰ কথা নহয় ইংৰাজী ১৮৭৭ চনত অসম ভাগ্য আকাশ কামৰূপত এটি উজ্জ্বল জোন ওলাই দেশত ৰাজনৈতিক প্ৰেম সোঁত ধাৰা বোৱাই থৈ ইংৰাজী ১৯৩৯ চনত প্ৰাগজ্যোতিষপুৰত মাৰ যায়। এই দীপ্তিময় জোনটি হৈছে, তৰুণৰাম ফুকন।

ইংৰাজী ১৯২১ চনত মহাত্মা গান্ধিৰ আশ্বাসত গোটেই ভাৰত জুৰি হিমালয়ৰ পৰা কুমাৰিকালৈকে কুৰি শতিকাৰ অহিংস কুৰুক্ষেত্ৰ যুদ্ধৰ সূত্ৰপাত হ'ল, বান, ভগদত্ত, নৰক, বশিষ্ট, খনা, ৰুক্মিণী, হিড়িম্বা, চিত্ৰাঙ্গদা, লাচিত চিলাৰায়ৰ দেশ অসমে হাত সাৱটি বহি থাকিবনে? কেতিয়াও থাকিব নোৱাৰে। সুখ-সম্পদ, ধন-ঐশ্বৰ্য্য, লাহ-বিলাস, মৃগয়া-মোহ সকলোকে অকাতৰে বিসৰ্জ্জন দি ফুকন কাচি পাৰি বীৰ বেশে আগ বাঢ়ি ভাৰতৰ মুক্তি যুদ্ধত জাপ দিলে। কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু দেশ প্ৰাণ কৰ্ম্মবীৰ চন্দ্ৰ নাথ শৰ্ম্মা আদি জাতীয় যোদ্ধাৰ সহযোগত অসমৰ ইমুৰৰ পৰা সিমুৰলৈকে গভীৰ পাঞ্চ জন্যৰ নিনাদে খলক লগাই দিলে। সুষুপ্ত অসমবাসী নবীন সঞ্জীৱণী মন্ত্ৰেৰে দীক্ষিত হৈ নৱ পেৰণাৰে অনুপ্ৰাণিত হ'ল। হাজাৰ হাজাৰ মুনিহ-মহিলাই হাঁহি মুখেৰে শত দুখ-দৈন্য কঠোৰ নিৰ্য্যাতন বৰণ কৰিবলৈ সাজু হ'ল। বিভূতি বৈভৱ ভোগ-বিলাস, মায়া মোহ আদি সকলোৰে বান্ধ মুহূৰ্ত্তত ছিঙি সুদীৰ্ঘ প্ৰায় দুবছৰ কাল অকাতৰে কাৰাবৰণ কৰিলে ফুকনে। কাৰাগাৰত নশ্বৰ শৰীৰ বন্দী হ'ল হয়, কিন্তু মন আৰু আত্মাক বন্দী কৰিবৰ সাধ্য কাৰ? কাৰাগাৰ নিৰ্জ্জাতনৰ মাজতেই নানান ধৰ্ম্ম গ্ৰন্থ, শাস্ত্ৰাদি মনোযোগেৰে অধ্যায়ন কৰিবলৈ ধৰিলে বন্দী ফুকনে। সেই সময়তে "স্মৃতিমালা" ৰূপী মনোহৰ সুগন্ধি মালা গাথি মাতৃ ভাষাৰ কণ্ঠত পিন্ধালে। কাৰা মুক্তি হৈ পুনৰ কংগ্ৰেছৰ সেৱাত স্বৰাজ সাধনাত তেওঁ লাগি গ'ল। দেশ বন্ধু চিত্তৰঞ্জন দাস, পণ্ডিত মতিলাল নেহৰু প্ৰমুখ্যে নেতা সকলৰ লগত স্বৰাজ্য দল গঠন কাৰ্য্যত দেহে লাগি গ'ল। ভাৰতৰ ভিন্ ভিন্ প্ৰদেশত ফুকনৰ অকাট্য যুক্তি বজ্ৰ গম্ভীৰ বাণীয়ে তবধ লগালে।

ইংৰাজী ১৯১৯ চনৰ প্ৰথম গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট জন্ম হোৱাৰ পাছত মহাত্মা গান্ধিয়ে প্ৰধান নেতৃত্বৰ আসন গ্ৰহণত, ভাৰত জাতীয় কংগ্ৰেছ মহা সভাৰ যোগেৰে, ভাৰত স্বাধীনতা লাভৰ কাৰণে বৃটিছ গৱৰ্ণমেণ্টৰ বিপক্ষে সংগ্ৰাম চলাই আহিছে। এই স্বাধীনতা লাভৰ যুদ্ধত স্বাধীনতা গামী প্ৰধান অধ্যক্ষৰ লগত প্ৰমুখ্যে যোদ্ধা সকলৰ সৈতে ভাৰতৰ বহুত স্বাধীন প্ৰিয় লোকে বৃটিছ শাসন নীতিত কঠোৰ যন্ত্ৰণা ভোগ কৰে আৰু দেশৰ প্ৰসিদ্ধ সৈনিক পণ্ডিত মতিলাল নেহৰু,

চিত্তৰঞ্জন দাস, স্বামী শ্ৰদ্ধানন্দ, লালা ৰাজপাত ৰায় আদিৰ লগত বহুতো স্বাধীনগামী লোকে নিজৰ জীৱন অকাতৰে বিসৰ্জন দি দেশত মহান চানেকীৰ আদৰ্শ দেখুৱাই থৈ গ'ল। অসম জাতীয় প্ৰসিদ্ধ নেতা তৰুণ, নবীন দুই মহাবীৰে প্ৰদেশৰ প্ৰধান নেতৃত্ব গ্ৰহণত স্বদেশ প্ৰেমত নিজক বলি দি আদৰ্শ দান কৰি থৈ গ'ল। ইংৰাজী ১৯৩৫ চনৰ দ্বিতীয় খন গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট সৃষ্টি হোৱাৰ পাছত গৱৰ্ণৰে শাসীত প্ৰদেশত মহাত্মাজীৰ আদেশত প্ৰাদেশিক ব্যৱস্থাপক সভাত সংখ্যা গৰিষ্ঠ দলৰ কংগ্ৰেছৰ সদস্যই প্ৰদেশৰ দায়িত্ব শাসন কাৰ্য্য ভাৰ গ্ৰহণত জন সাধাৰণৰ কল্যাণ সাধনাত যোগ্যতাৰ পৰিচয় দিছে। ইংৰাজী ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহৰ আদিত উপনিবেশ অধিকাৰৰ ন্যায্য দাবীত আৰু স্বাধীনতা ৰক্ষাত পৃথিৱী গৰ্জ্জাই যি বৈজ্ঞানিক যুদ্ধৰ আবিৰ্ভাৱৰ সৃষ্টিত ভাৰতৰ সুবিজ্ঞ পণ্ডিত ধৰ্ম্ম বৈজ্ঞানিক মহাত্মাজীয়ে পূৰ্ণ স্বাধীনতাৰ দাবীত, বৃটিছ গৱৰ্ণমেণ্টৰ অসন্তোষ প্ৰকাশত, মহাত্মাজীৰ সিদ্ধ মন্ত্ৰত, ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ হাই কমাণ্ডাৰৰ আদেশত কংগ্ৰেছী প্ৰাদেশিক গৱৰ্ণমেণ্ট বিলাক প্ৰত্যেকে বৃটিছ গৱৰ্ণমেণ্টক সন্মান-জনক ধন্যবাদ জ্ঞাপনত, বিনা ওজৰে প্ৰদেশৰ দায়িত্ব শাসন কাৰ্য্যৰ ভাৰ অৰ্পণত ভাৰতৰ মুক্তিৰ সংগ্ৰামত জীৱন আহুতি দিবলৈ প্ৰস্তুত। এই বিষয়ত বিশেষকৈ দেশহিতৈষী পণ্ডিত জৱহৰলাল নেহৰু, ডাক্তৰ ৰাজেন্দ্ৰ প্ৰসাদ, সুভাষচন্দ্ৰ বসু আদি অসীম প্ৰতাপী নেতাই স্বাধীনতাৰ সংগ্ৰাম ক্ষেত্ৰত প্ৰধান প্ৰধান সৈনিকৰ আসন গ্ৰহণত, দেশত এক মহান ধুমুহা বতাহৰ প্ৰবল সোঁত ব'বই ধৰিছে। এই সন্ধিক্ষণত স্বদেশ প্ৰেমিক তৰুণ-নবীন জাতীয় প্ৰসিদ্ধ সৈনিকৰ অভাৱত অসমত স্বাধীনতাৰ সংগ্ৰাম যুজত যোগ দিবলৈ বিশেষকৈ কঠিন হৈ পৰিছে। আজি অসমত তৰুণ-নবীনৰ আসন শুদা অদূৰ ভৱিষ্যতত যে তৰুণ-নবীনৰ এই মহান আসন আকৌ অধিকাৰ কৰিব তাৰ আশা অতি কম। সোৰোপা অসমীয়াৰ



মাজৰ পৰা তৰুণ ফুকন, নবীন বৰদলৈয়ে তৈয়াৰ কৰা সৈনিক দলৰ সেনাপতি বিহীনে কি অৱস্থা হৈছে, তাক দেখি আজি অসমী আই স্থিৰে থাকিব নোৱাৰা হৈছে। বিধাতাৰ মহাশাপ যেন আজি অসমৰ ওপৰত। কিন্তু সেই বুলি অসমীয়াই যুদ্ধ এৰি পলাব নে? জীৱন-মৰণৰ সন্ধিক্ষণত আজি অসমীয়াই বিশেষকৈ যুজ দিবলগীয়া হৈছে, এই যুজত হাৰিলে দণ্ড, কেৱল দাসত্বই নহয়, অসমীয়া মৃত্যু দণ্ডেৰে দণ্ডিত হব লাগিব। আপোনা আপুনি আমাৰ অন্তৰলৈ এই প্ৰাৰ্থনা আহে, হে ভগৱান বিধাতাৰ মহাশাপ পালন কৰিবলৈ যদি অসম মাতৃকাৰ আচলৰ ধন তৰুণ-নবীনক লৈ গ'লা, তেন্তে দুখিনী আইৰ শুকান মুখলৈ চাই আকৌ দুজন নতুন তৰুণ-নবীন দান কৰা।

## স্বৰাজ্য দল গঠনত, নেহৰু ৰিপোৰ্টত, উৰিষ্যাৰ সীমা নিৰ্দ্ধাৰণত

ইংৰাজী ১৯২২ চনত দেশহিতৈষী আৰু প্ৰসিদ্ধ কংগ্ৰেছ নেতা সকলৰ অহোপুৰুষাৰ্গত ভাৰতত শক্তিশালী স্বৰাজ্য পাৰ্ট গঠন হয়। এই অনুষ্ঠানৰ নামজাদা কংগ্ৰেছ নেতা আছিল দেশবন্ধু চিত্তৰঞ্জন দাস। অসম প্ৰদেশৰ বিখ্যাততম কংগ্ৰেছ নেতা তৰুণৰাম ফুকনে চিত্তৰঞ্জন দাসক স্বৰাজ্য দল গঠন কৰা কাৰ্য্য পদ্ধতিত যথাসাধ্য সহায় কৰে আৰু তেখেতে বিস্তৰ ত্যাগ স্বীকাৰ কৰে। এই ক্ষেত্ৰত ফুকনে অসীম প্ৰতাপী বীৰৰ শক্তি হৃদয়ত লৈ অতি উদ্যমেৰে কাম কৰি অসম মাতৃৰ সুযশ বঢ়াই নিজে ধন্য হৈছিল। স্বৰাজ্য পাৰ্টিৰ টিকটত ফুকনে ভাৰত গৱৰ্ণৰজেনেৰেলৰ কেন্দ্ৰীয় আইন ব্যৱস্থাপক সভাত প্ৰৱেশ কৰিলেগৈ আৰু কেবাবছৰো তাৰ সভ্য হৈ থাকে। ১৯৩৪ চনত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সদস্যৰ আসনৰ বাবে প্ৰতিদ্বন্দিতা হব লগা হ'ল। দেশনেতা মদনমোহন মালব্য আনেৰ কংগ্ৰেছ নেশ্যনেলিষ্ট পাৰ্টিৰ পৰা তৰুণ ফুকন আৰু কংগ্ৰেছ তৰফৰ

পৰা নবীনচন্দ্ৰ বৰদলৈ প্ৰাৰ্থী হ'ল। এই ক্ষেত্ৰত বৰদলৈয়ে বিপুল ভোটাধিক্যত নিৰ্ব্বাচিত হ'ল। এইটোকে ফুকনৰ প্ৰথম পৰাজয় বোলা বায় যদিও, যেতিয়া ১৯৩০ চনত আইন অমান্য আন্দোলনৰ পৰা ফুকন নিলগত থাকে, তেতিয়া তেওঁৰ প্ৰকৃত পৰাজয় আৰম্ভ হৈছিল। অসহযোগ আন্দোলনত ছাত্ৰসকলৰ নেতা ফুকনে যোগ নিদিলে যদিও, পাছ পৰি নাথাকিল। কংগ্ৰেছ তেতিয়া ব্যক্তিতকৈ ডাঙৰ হৈ উঠিছিল। ফুকনৰ অভাৱতো ছাত্ৰসকলে, বিশেষকৈ "অসম ছাত্ৰ সন্মিলনে" আইন অমান্য আন্দোলনত যোগ দিয়াটো উক্ত সন্মিলনৰ বুৰঞ্জীৰ গৌৰৱময় অধ্যায়। ছাত্ৰ সন্মিলনৰ বহুতে উগ্ৰপন্থী নেতা আজিও প্ৰতিক্ৰিয়াশীল।

ইংৰাজী ১৯২৮ চনত পণ্ডিত মতিলাল নেহৰু ৰিপোৰ্টৰ কাৰ্য্য পদ্ধতিত অসমৰ দেশনেতা তৰুণৰামে বিশেষ ভাবে সহায় কৰে। এই বিষয়ত পণ্ডিত নেহৰুৱে ফুকনৰ কাৰ্য্যদক্ষতাৰ সুনিপুণতা ভালকৈ স্বীকাৰ কৰে। এই সম্পৰ্কত ফুকনে পণ্ডিত নেহৰুৰ লগত ভাৰতৰ নানা ঠাই পৰিভ্ৰমণ কৰি অসমী আইৰ মুখ উজলাই নিজেও সুখ্যাতি অৰ্জন কৰিছিল।

ইংৰাজী ১৯৩৫ চনৰ গৱৰ্ণমেণ্ট ইণ্ডিয়া এক্ট অনুসাৰে বিহাৰ-উৰিষ্যা প্ৰদেশ দুখন সুকীয়া প্ৰদেশত বিভক্ত হয়। কুৰি শতিকাৰ অসম বুৰঞ্জীৰ যি কেন্দ্ৰ পুৰুষ তৰুণৰাম তাক সকলোৱে স্বীকাৰ কৰে। নতুন প্ৰদেশ উৰিষ্যাৰ সীমা নিৰ্দ্ধাৰণ কাৰ্য্যত বৃটিছ গৱৰ্ণমেণ্টে অসমৰ সুযোগ্য তৰুণ ৰাম ফুকনকে গুৰুভাৰ অৰ্পণ কৰে। এই গুৰুতৰ কাৰ্য্যতো তেখেতে গৱৰ্ণমেণ্টৰ পৰা যথেষ্ট সন্মান পায় আৰু লগে লগে অসম মাতৃৰো মান গৌৰৱ জিলিকি উঠে। অসমৰ চাৰিবেৰ ভেদ কৰি ভাৰতলৈ পৰামৰ্শ দি পঠাব পৰা উৰিষ্যাৰ সীমা নিৰ্দ্ধাৰণত মত দিয়া এজন সুবিজ্ঞ সুবিবেচক লৰ্ড অসমীয়াই তৈয়াৰ কৰিলে, তাক দেশৰ শাসকে স্বীকাৰও কৰিছে। দেশৰ জনহিতকৰৰ শাসন কাৰ্য্য চলোৱা সম্পৰ্কে ফুকনৰ কোনো ক্ষমতা গুণৰ অভাৱ সমূলি নাছিল।



## অসমত মিলিত জন-সঙ্ঘত

ইংৰাজী ১৯৩৫ চনত বৃটিছ পাৰ্লেমেণ্ট মহা সভাই ভাৰত শাসন সংস্কাৰৰ দ্বিতীয় খন গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট প্ৰণয়ন কৰে। এই আইনৰ মৰ্য্যাদাত ভাৰতবাসীৰ উচ্চ-নিম্ন সকলো সম্প্ৰদায়ৰ মানুহে গৱৰ্ণমেণ্টৰ আইন ব্যৱস্থাপক সভাত সদস্য পদৰ আসন লাভ কৰে। প্ৰত্যেক সম্প্ৰদায়ৰ সভ্য পদৰ আসনৰ নিৰ্ব্বাচন বেলেগে বেলেগে হ'ল।

ইংৰাজী ১৯৩৬ চনত অসমত বিখ্যাত মিলিত জন-সঙ্ঘৰ জন্ম হয়। এই অনুষ্ঠানৰ সৰ্ব্ব প্ৰধান নেতা তৰুণৰাম ফুকন। প্ৰদেশৰ মন্ত্ৰীত্ব গ্ৰহণ প্ৰশ্নলৈ ফুকন আৰু প্ৰদেশৰ ডেকা দলৰ মাজত নানা তিক্ত বাক্ বিতণ্ডা চলে। অসমত অসমীয়াৰ স্বাৰ্থলৈ লক্ষ্য কৰি আৰু প্ৰাদেশিক স্বায়ত্ব শাসনৰ ভাল অংশৰ সম্ভাবিতব্যতাক লক্ষ্য কৰি আদিৰে পৰা ফুকন মন্ত্ৰীত্ব গ্ৰহণৰ পক্ষপাতী আছিল। তেতিয়া অসম কংগ্ৰেছত ডেকা দলৰ প্ৰাধান্য। যেতিয়া মন্ত্ৰীত্ব গ্ৰহণৰ আগন্তুক নেদেখিলে, তেতিয়া তেখেতে "মিলিত জন-সঙ্ঘত" যোগ দিলে। এই দল ত্যাগৰ গুৰিত ডেকা দলৰ অসহণীয় ব্যৱহাৰ যে নাছিল, এনে নহয়। কিন্তু সকলো ডেকা দলেই সময়ত বৃদ্ধ দলত পৰিণত হয়। সি যি হ'ক গণতান্ত্ৰিক প্ৰতিষ্ঠানত সংখ্যা গৰিষ্ঠ দলৰ লগত জেদ নাখটে। কংগ্ৰেছ একেবাৰে পৰিত্যাগ কৰা বাবে এজন জনপ্ৰিয় নেতাক যিমান বেয়া পাব পাৰি ফুকনক জনসাধাৰণে সিমান বেয়া পোৱা কথাটো গোপন কৰিবৰ উপায় নাই। ১৯৩৭ চনৰ জানুৱাৰী মাহত কংগ্ৰেছ পক্ষৰ প্ৰাৰ্থী শ্ৰীযুত সিদ্ধিনাথ শৰ্ম্মাৰ লগত বৰ্ডিয়া অঞ্চলত সভ্য নিৰ্ব্বাচন ক্ষেত্ৰত ফুকনৰ শোচনীয় পৰাজয় ঘটিল। আগৰ অসম ব্যৱস্থাপক সভাৰ সদস্য পদতো ফুকনে তেজস্বীতা আৰু স্বদেশানুৰাগৰ যথেষ্ট পৰিচয় দিছিল।

ভাৰতীয় ব্যৱস্থাপক পৰিষদলৈ দুবাৰকৈ অসমৰ পৰা প্ৰতিনিধি নিৰ্ব্বাচিত হৈ গৈছিল যদিও, উক্ত পৰিষদৰ ফুকনৰ প্ৰভাৱ কিয় স্পষ্টকৈ জিলিকি নুঠিল তাৰ কাৰণ বিচাৰি উলিওৱা টান। যুক্ত প্ৰদেশৰ এখন বাতৰি কাকতৰ সম্পাদকীয় স্তম্ভত তাহানি খন ফুকনৰ নানান গুণ-গৰিমা বখানি ও তেখেতৰ সম্পৰ্কে এই বুলি মন্তব্য প্ৰকাশ কৰিছিল যে তেখেত পৰিষদত লাজকুৰীয়া ৰাজনীতিজ্ঞ আছিল। আন সকলো ক্ষেত্ৰতে ইমান জাকত-জিলিকা আগবহুৱা আৰু লব্ধপ্ৰতিষ্ঠ হৈয়ো ব্যৱস্থা পৰিষদৰ ক্ষেত্ৰত ফুকনে নিজ প্ৰতিভাৰ চিনাকি দিব নোৱাৰাটো প্ৰকৃততে এটি নিগূঢ় ৰহস্য। দোষ গুণেই মানুহ। চন্দ্ৰ-সূৰ্য্যয়ো দুষ্ট ৰাহুৰ গৰাহৰ পৰা হাত সাৰিব নোৱাৰে। ফুকন ডাঙৰীয়াৰ প্ৰতিভাৰ প্ৰভাৱকো হয়তো অৱসাদ নাইবা এলাহৰূপী ৰাহুৱে সময়ে সময়ে ছাঁত পেলাইছিল। কিন্তু ৰাহুৰ গ্ৰাসৰ পৰা মুক্ত হৈয়ে সেই প্ৰভাৱ পুনৰ চন্দ্ৰ সূৰ্য্যৰ দৰে জিলিকি উঠে।

ইংৰাজী ১৯৩৭ চনৰ ৭ জুলাই তাৰিখে ৱাৰ্দ্ধাত মন্ত্ৰীত্ব গ্ৰহণৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে, তেতিয়া কংগ্ৰেছে, ফুকনৰ উৎফুল্ল ভাবাত কৰলৈ গলে তেখেতৰ মতলৈ ঘূৰি আহিল। আগতে ফুকন ডাঙৰীয়াৰ ওপৰত ১৯৩৮ চনৰ অক্টোবৰলৈকে দুই বছৰৰ বাবে শাস্তিমূলক ব্যৱস্থা লোৱা হৈছিল। ১৯৩৮ চনত যেতিয়া ফুকনক পুনঃ কংগ্ৰেছত ভৰ্ত্তি কৰি লোৱা হয়, তেতিয়া কংগ্ৰেছে শক্তি বঢ়াবলৈ বাধ্য হৈহে তেনে কৰিছিল। অসম কংগ্ৰেছ যুক্ত মন্ত্ৰী সভা প্ৰতিষ্ঠাত ফুকনে কম সহায় কৰা নাছিল। ফুকনৰ বাবে ভাৰতীয় কংগ্ৰেছ মহাসভাৰ সভাপতিৰ আসন বৈ আছিল, কিন্তু তেখেতে গ্ৰহণ কৰিব নোৱাৰিলে, বুলি যিবিলাকে কয়, তেওঁলোকৰ উক্তি কেৱল বীৰ পূজায়েই নহয়। ইয়াত তেখেতৰ মন প্ৰাণৰ অসংখ্য বৰেণ্য গুণকেই স্বীকাৰ কৰা হয়।

---



## মহাত্মা গান্ধিৰ শুভ-আশীৰ্ব্বাদত

ইংৰাজী ১৯৩৮ চনত অসম এচেম্ব্লিৰ কংগ্ৰেছ দলপতি, ভূতপূৰ্ব্ব প্ৰধান মন্ত্ৰী শ্ৰীযুত গোপীনাথ বৰদলৈ ৱাৰ্দ্ধালৈ গৈ মহাত্মাক দেখা-সাক্ষাৎ কৰোতে মহাত্মাজীয়ে তৰুণৰাম ফুকনৰ খবৰ কি বুলি সোধাত প্ৰধান মন্ত্ৰীয়ে এইদৰে উত্তৰ দিছিল যে, "দুখৰ বিষয় ফুকন এতিয়া কংগ্ৰেছৰ পৰা আতৰি আছে"। দূৰদৰ্শী মহাত্মাজীয়ে তেখেতৰ স্বভাৱ সুলভ হাঁহি এটিৰে ঘপৰাই মাত লগালে "ফুকন আকৌ কংগ্ৰেছলৈ আহিবই আহিব।" মহাত্মাৰ এই ভবিষ্যদ্বাণী আখৰে আখৰে ফলি যাবলৈ সৰহ দিন নালাগিল। ফুকনৰ অন্তৰৰ গভীৰতম প্ৰদেশত জ্বলি থকা স্বদেশ প্ৰেমে তেখেতক পুনৰ কংগ্ৰেছৰ বিশাল কৰ্ম্মক্ষেত্ৰলৈ আকৃষ্ট কৰি আনিলে। দেশ জুৰি আনন্দৰ ৰোল উঠিল। ফুকন আকৌ কংগ্ৰেছত। মন্ত্ৰী পদ লাভৰ নাইবা আন কোনো ক্ষুদ্ৰ স্বাৰ্থৰ প্ৰৰোচনাত ফুকন কংগ্ৰেছলৈ ঘূৰি অহা নাছিল। ফুকনে ইচ্ছা কৰা হলে সহজে কংগ্ৰেছ যুক্ত মন্ত্ৰীসভাৰ প্ৰধান মন্ত্ৰীৰ গাদীত বহিব পাৰিলে হেতেন, কিয়নো সেই পদৰ কাৰণে তেখেতৰ যোগ্যতা কোনোৱে অস্বীকাৰ কৰিব নোৱাৰিলে হেতেন। অসমত কংগ্ৰেছ যুক্ত মন্ত্ৰীসভা গঠনত ফুকনে যথোচিত সহায় কৰাৰ উপৰিও, কংগ্ৰেছ বিৰোধী সকলে উক্ত মন্ত্ৰীসভাৰ ওপৰত অনাস্থাৰ প্ৰস্তাৱ দি সভা ভাঙিবলৈ বিৰাট অভিযান চলাই দেশত এটা গুৰুতৰ সমস্যা উপস্থিত কৰোতে ফুকনৰ সমস্ত শক্তি সামৰ্থ্য, প্ৰভাৱ প্ৰতিপত্তি আৰু বুদ্ধি কৌশল প্ৰয়োগ কৰি মন্ত্ৰী সভা ভাঙিবলৈ পাঙোতা সকলৰ শতেক অভি সন্ধি, বিপুল প্ৰয়াগ হেলা-ৰঙে ব্যৰ্থ কৰিলে। মাৰ যোৱাৰ আগতে সূৰ্য্যই যেনেকৈ বিৰাট সুন্দৰ ৰক্তিম ৰূপ ধাৰণ কৰে, অসম আকাশৰ এই তৰুণ অৰুণে ইহলীলা সামৰাৰ আগতে মোহন আৰু মহান ৰূপ ধৰি অস্তাচলত অস্তমিত হ'ল।

---

## অসম কংগ্ৰেছ কোৱালিশন মন্ত্ৰীসভা গঠনত

১৯৩৮ চনত অসম গবৰ্ণৰৰ আইন ব্যৱস্থাপক সভাৰ সদস্য বিলাকৰ মাজত এক মহান তুমুল সংগ্ৰামৰ আদৰ্শ লৈ অসমবাসীৰ মাজত বিদ্ৰোহৰ সৃষ্টিৰ আবিৰ্ভাব হৈ উঠে। অসম এচেম্বলিৰ ১০৮ জন সদস্যৰ ভিতৰত ৩৩ জন মাত্ৰ কংগ্ৰেছ সদস্য। কংগ্ৰেছ সদস্য সকলৰ ভিতৰত শ্ৰীযুত গোপীনাথ বৰদলৈয়ে কংগ্ৰেছ দলপতি। এই চনৰ কোনো এক শুভক্ষণত তৰুণৰাম ফুকনে আকৌ অসম কংগ্ৰেছ অনুষ্ঠানত যোগ দিয়ে আৰু তেতিয়াই অসম কংগ্ৰেছ শক্তিৰ গৌৰৱ পুনৰাই প্ৰজ্বলিত হৈ উঠে।

ভাৰতীয় কংগ্ৰেছ মহা সভাৰ ৰাষ্ট্ৰপতি শ্ৰীযুত সুভাষচন্দ্ৰ বসুয়ে অসমত কংগ্ৰেছ কোৱালিশন মন্ত্ৰীসভাৰ আৱশ্যক ভাবি কংগ্ৰেছ সন্মিলিত মন্ত্ৰী সভা গঠন কৰিবলৈ শ্ৰীযুত গোপীনাথ বৰদলৈক যুক্তি-যুক্ত পৰামৰ্শ দিলে। ৰাষ্ট্ৰপতিৰ আদেশ মতে বৰদলৈয়ে সন্মিলিত মন্ত্ৰী সভা গঠন কৰিবলৈ অসম্ভৱ ভাবিছিল, কাৰণ ব্যৱস্থাপক সভাৰ ১০৮ জন সদস্যৰ ভিতৰত মাত্ৰ ৩৩ জন কংগ্ৰেছ সদস্য। অন্ততঃ কংগ্ৰেছৰ বাহিৰা ২২ জন সভ্যক কংগ্ৰেছ মন্ত্ৰী সভাৰ পক্ষপাতি কৰিলেহে কংগ্ৰেছ কোৱালিশন মন্ত্ৰী সভা গঠন কৰিবলৈ পৰা যায়। এনেকুৱা কঠিন সমস্যাত অসীম সাহসী তৰুণ ফুকনে শ্ৰীযুত গোপীনাথ বৰদলৈ কংগ্ৰেছ দলপতিকে এই দৰে কৈছিল, "অসম্ভৱ শব্দটো মূৰ্খৰ অভিধানত হে পোৱা যায়," নেপোলীয়নৰ এই বহুমূলীয়া কথা ফাকিত ফুকনৰ দৃঢ় বিশ্বাস আছিল। অন্তৰত অদম্য শক্তি লৈ ফুকনে বৰদলৈৰ প্ৰধান সেনা নায়ক হৈ অসমত কংগ্ৰেছ কোৱালিশন মন্ত্ৰী সভা গঠন কৰি দিলে আৰু এই অসম্ভৱ সম্পাদন কাৰ্য্যত অসমৰ প্ৰধান মন্ত্ৰী ভূতপূৰ্ব্ব শ্ৰীযুত গোপীনাথ বৰদলৈ সদায় ফুকনৰ ওচৰত চিৰ ঋণী।

---



## অসমত মন্ত্ৰীত্ব গ্ৰহণ সমস্যাত

ইংৰাজী ১৯৩৬ চনত অসমত মন্ত্ৰীত্ব গ্ৰহণ সম্পৰ্কে তৰুণৰাম ফুকনৰ লগত অসম প্ৰাদেশিক কংগ্ৰেছৰ সভ্য সকলৰ নানা তিক্ত তৰ্কৰ অৱতাৰণা হয়। কংগ্ৰেছে মন্ত্ৰীত্ব গ্ৰহণ নকৰিলে অন্ততঃ অসমৰ লোকচান হয়। কাৰণ ইয়াত ভাৰতৰে ভিতৰত সু-সংগঠিত ইংৰাজ বণিক, প্ৰবাসী বঙ্গালী, প্ৰতিক্ৰিয়াশীল অসমৰ দল, ইত্যাদিৰ হাতত শাসন ভাৰ পৰিলে অসমৰ জাতীয় অস্তিত্ব লুপ্ত হব, বিদেশী শাসন "কায়েম" থাকিব, জন-সাধাৰণৰ দুঃখ-দুৰ্গতি বাঢ়িহে যাব, কানি, ভাং মদ চলিয়ে থাকিব ইত্যাদি কাৰণত অসম কংগ্ৰেছ মন্ত্ৰীত্ব গ্ৰহণ কৰা অসমৰ পক্ষে ভাল হব বুলি ফুকনে আদিৰে পৰা কৈ আহিছিল আৰু এনে ধৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰিবৰ অসম প্ৰাদেশিক কংগ্ৰেছৰ স্বাধীনতাও আছিল। কিন্তু প্ৰগতি-শীলতা দেখুৱা প্ৰলোভনত পৰি অসমৰ ডেকা সংখ্যা-গৰিষ্ঠ কংগ্ৰেছে মন্ত্ৰীত্ব বাওঁ হাতৰ কেঞা আঙ্গুলিৰেও নোচোৱে বুলি প্ৰস্তাৱ গ্ৰহণ কৰিলে। বিবেকৰ বিৰুদ্ধে ফুকন নগ'ল। কিন্তু এই জনা বিদ্ৰোহীৰ মত লৈয়েই কংগ্ৰেছৰ দেৱতা সকল কেনেবা কেনেবা কৰি নামি আহিল আকাশত দেৱতা সকলে হাঁহিলে।

অফিচিয়েল কংগ্ৰেছৰ লগত প্ৰথমে বিদ্ৰোহ কৰা সকলৰ ভিতৰত ফুকনো এজন বুলি কলে ভুল নহয়। এই বিদ্ৰোহত তিক্ততা নাছিল। নীতিত বিদ্ৰোহ কৰি স্বৰাজ্য দল গঠন কৰিলেও, ফুকনে কংগ্ৰেছৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবলৈ কেতিয়াও কুণ্ঠিত হোৱা নাছিল। আজিৰ বহুতো তথা কথিত বিপ্লবী নেতাই বিপ্লৱৰ নামত উদণ্ডালি আৰু অৰাজকতা আনিছে। ব্যৱস্থাপক সভাত প্ৰবেশ আৰু মন্ত্ৰীত্ব গ্ৰহণত দুৰ্ভাগ্যবশতঃ আমি সদায় স্বাৰ্থকেহে দেখোঁ। ইয়াতো যে বিপ্লৱ কাৰীৰ ৰাজনৈতিক

কৌশল আছে তাক আমি গোপনে কৰোঁ। সংগ্ৰামশীল মনো ভাবৰ অৰ্থ-শূন্যত গোৰ মৰাই নহয়। মহাত্মা গান্ধি ব্যৱস্থাপক সভা প্ৰবেশৰ ঘোৰ বিৰোধী আছিল। কিন্তু এই বিৰোধ অলপ পিছতে তেখেতে গিলি পেলোৱা কথা কোনে নেজানে ?

অসমত কংগ্ৰেছ যুক্ত মন্ত্ৰী সভা স্থাপিত হোৱাৰ অলপ পিছত। এটা বহল কোঠালিত কেই জনমান ডেকা ; মাজৰ চকী এখনত এবাৰ বহি এবাৰ উঠি দেশভক্ত ফুকন। হাতত সামান্য কাগজ কলম। উত্তেজিত মানসিক চিন্তা বাহিৰৰ বিশেষ জ্ঞান নাই। নাই মই ইচ্ছাকৃত ভুল কৰা নাই, ভুল ডেকাবেই। "সৌ ভাৰত অসম" কিন্তু "হাতৰ কাগজ মেজতে থয়" আৰু দুটামান শব্দৰ টোকা কৰে। "শক্তি ঠিক তৰুণৰাম ফুকনৰ" মেজৰ ওপৰত হাতৰ ভেজাত কুমটো ৰাখি এবাৰ বহল মুখৰ পিনে চায় আৰু পিচৰ মুহূৰ্ত্ততে হাত তললৈ আহি মুষ্টি বান্ধা খায়, থিয় হয়, "তোমালোক ওলোৱা মযো ওলাইছোঁ, ওঠে মুখে এটা প্ৰতিজ্ঞাৰ, দৃঢ় প্ৰতিজ্ঞাৰ, চিহ্ন ভাহি উঠে। সেই মুহূৰ্ত্তত তেখেতৰ মন স্বচ্ছ, পৰিষ্কাৰ ; কোনো সন্দেহ নাই, কোনো ভাবৰ সংঘৰ্ষই যেন তাত নাথাকে। কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্ব্বাচনত আৰু প্ৰাদেশিক ব্যৱস্থা পৰিষদৰ নিৰ্ব্বাচনত ৰঙিয়াত ঘটা শোক লগা পৰাজয়ৰ পিছতো ফুকনৰ মানসিক উত্তেজনা, বিবেকৰ গ্লানি ইত্যাদি নথকা বুলি যিবিলাকে ভাবিছিল, উক্ত ঘটনাই সিবিলাকৰ চকুত মেল খুৱাব। প্ৰকৃত কথা কবলৈ গলে ইংৰাজী ১৯৩০ চনৰ পৰা ১৯৩৮ চনলৈকে আঠ বছৰত ফুকনৰ মনো ৰাজ্যত নানা প্ৰকাৰ ভাবৰ ভীষণ ধুমুহা বতাহৰ ঢৌ চলিছিল। গুৱাহাটী কংগ্ৰেছৰ পিছত বাঢ়ি অহা আৰ্থিক জঞ্জাল বহুতো প্ৰৰোচণা পূৰ্ণ কুট বুদ্ধিৰ সঙ্গী, কংগ্ৰেছ প্ৰতি পত্তি-কামী ডেকা কিছুমানে তেখেতৰ অপযশ কৰিবলৈ কৰা হীন প্ৰচাৰ কাৰ্য্য, কংগ্ৰেছত বাঢ়ি অহা বিশৃঙ্খলতা আৰু অৰাজকতা, দেশ বাসীৰ



বিৰাট অজ্ঞতা আৰু অসঙ্ঘবদ্ধতা আৰু ৰাজনৈতিক দৃষ্টিত মত ভেদ এই এটাই বিলাকৰ মাজত ফুকনে কি মানসিক শ্ৰম আৰু জঞ্জালৰ মাজত পৰিছিল তাক প্ৰকৃত সহানুভূতি নহলে অনুমান কৰিব নোৱাৰি। তদুপৰি নানান কাৰণত শেষৰ কেইটা বছৰত ফুকনৰ সোঁহাতৰ লোক কোনো নাইকিয়া হৈছিল। ইয়াৰ এটা কাৰণ এই যে প্ৰভাৱশালী হৈ থাকিবলৈ দলা-দলিৰ সৃষ্টি কৰাৰ প্ৰয়োজনীয়তা তেখেতে কেতিয়াও দেখা নাছিল। প্ৰচাৰ কাৰ্য্য, আন্দোলন আৰু শুদ্ধ-নীতিৰ সাধাৰণ জ্ঞান থকা লোক সকলেও স্বীকাৰ কৰিব যে সোঁহাতৰ মানুহ নাথাকিলে সকলো মিছা। আৰু এই মানুহো উপযুক্ত হব লাগিব। বিখ্যাত দেশ নেতা চিত্তৰঞ্জন দাসৰ সহকৰ্ম্মী সুভাষ চন্দ্ৰই কংগ্ৰেছৰ চৰকাৰী বিবৃতিৰে চিমলাক চেৰ পেলোৱা কথা কোনে নাজানে ? ফুকন ডাঙৰীয়াৰ উপযুক্ত লোকৰ সচাকৈয়ে অভাৱ হৈছিল।

কংগ্ৰেছ সভাপতিৰ কথা বহুতে সোঁৱৰাই দিছিল। আইন অমান্য আন্দোলনত দেশে ফুকনক বিচাৰিছিল। দেশৰ নানান কাৰ্য্যত তেখেতৰ ব্যক্তিত্বৰ প্ৰভাৱেৰে সুচাৰু অধিনায়কত্ব কৰি প্ৰকৃত বাট দেখুৱাবলৈ দেশ সেৱক সকলে ঐকান্তিক আহ্বান দিছিল। তত্ৰাচ অসাধাৰণ শক্তিৰ কৰ্ম্মী, বুদ্ধিমান পুৰুষ জনৰ যেন আত্ম বিশ্লেষণত আৰ বৈছিল। ইংৰাজী ১৯৩০-১৯৩৮ চনৰ এই যুগতো ফুকনৰ এটা দুৰ্ব্বোধ্য যুগ ! এই সময় থিনিতে তেখেতৰ মনত বিবেকৰ কোনো তাড়ণা নাছিল, আৰু দেশে তেখেতক সম্পূৰ্ণ পাহৰিছিল বুলি ছুটি মন্তব্যৰে কাম সমাধা কৰিব খুজিলে সেই সময়ৰ দেশবাসীৰ প্ৰকৃত মনোভাৱ শুদ্ধকৈ প্ৰকাশ কৰা নহয়। দেশে অভিযান কৰিছিল নে ফুকনে অভিযান কৰিছিল, ভাবিবৰ কথা কিন্তু অভিযানৰ মাজত যে উভয়ৰ পক্ষৰে প্ৰগাঢ় আকৰ্ষণ থাকে তাক কোনে নুই কৰিব ? অচল অৱস্থাত উভয় পক্ষেই চমকিত হৈ উঠিছিল। কি হবাৰ কাৰণে ফুকনে চাৰিওপিনে

খোপিয়াই ফুৰিলে আৰু আশা কৰিলে যেন কিবা এটা হঠাতে হৈ এই ছুৰৱস্থাৰ অৱসান কৰিব ? আমি ভাৱৰ সংঘৰ্ষেৰে, সম্ভাৱনা হতাশৰ মাজেৰে শূন্যৰ পিনে হাত আগুৱালোঁ। কিন্তু ফুকনৰ আত্মবিশ্লেষণ সন্দেহ, অধৈৰ্য্য, অচলতা চলিয়েই থাকিল। নানান চিন্তা সংঘৰ্ষ, স্বাৰ্থ, সংশ্লিষ্ট লোকৰ কদালোচনা আৰু অৱস্থাৰ বিপৰ্য্যয়ক উপেক্ষা কৰিয়েই যেন এই কাল ডোখৰত ফুকনৰ মৃগয়া প্ৰিয়তা বাঢ়ি গৈছিল। সামাজিক গৌৰৱ জীৱনক উপেক্ষা কৰি যেন পুৰুষ জনৰ এটা স্বাভাৱিক ব্যক্তিগত ক্ষুধা হাতী চিকাৰত জাহি উঠে। দক্ষিণ পত্নীৰ গৃহ বিদ্ৰোহ আৰু আন্তৰ্জাতিক যুদ্ধৰ কলা ডাৱৰক উপেক্ষা কৰি পণ্ডিত জৱহৰ লাল নেহৰুৱে মনচুনত আকাশ ভ্ৰমণৰ বিষয়ে কবিত্বপূৰ্ণ প্ৰবন্ধ লিখাত নিযুক্ত থকা কথা কোনে নাজানে ? ফুকনৰ ছুৰ্বোধ্য নীৰৱতাত তেখেতৰ অনুৰক্ত লোক সকল যেতিয়া হতভম্ব হৈ গৈছিল তেতিয়া হেপাহৰ প্ৰায় বাহ্য জ্ঞানহীন মৃগয়া স্পৃহাত যেন এই জন পুৰুষেও অসমৰ ইমুৰৰ পৰ সিমুৰলৈকে বাঘ আৰু হাতী চিকাৰ কৰি ফুৰিছিল! গাৱলীয়া মানুহৰ ঘৰত অনেক সময়ত আথিতা গ্ৰহণ কৰিছিল। ইয়াক সামাজিক জীৱনৰ ওপৰত ব্যক্তিগত জীৱনৰ কিম্বা ভাৱনাৰ জটিলতাৰ ওপৰত চিন্তাহীন হেপাহৰ উল্লাস বুলিব পাৰি। কিন্তু এই সাময়িক সম্পৰ্ক হীনতা ভেদ কৰি হাবিৰ মাজত হাতীৰ পিঠিত বন্দুকক চেৰ পেলাই যে দেশৰ কথা ফুকনৰ মনত জাহি উঠিছিল, তাৰ সাক্ষী কোন ? ফুকনৰ দেশ প্ৰেম ফটিকাৰ দৰে নিৰ্ম্মল; তাৰ ওচৰ চাপে কোন ?

ইংৰাজী ১৯৩৮ চনৰ দুৰ্গা পূজাৰ বন্ধৰ সময়ত গুৱাহাটী উকীল খানাত অসমত স্থায়ী শুধ কংগ্ৰেছী মন্ত্ৰীমণ্ডল পতা সম্পৰ্কে কথোপকথন চলিছিল। তেতিয়া অলপ কেজনমান মন্ত্ৰীৰে মাত্ৰ মন্ত্ৰীসভা খন গঠিত হৈছিল। বৰ্ত্তমানৰ কংগ্ৰেছৰ বং ছটিওৱাহে মন্ত্ৰীসভা গঠিত হৈছে। ঠিক সেই সময়ত ফুকন ডাঙৰীয়াই এইদৰে কৈছিল যে, অৱস্থাৰ অলপ



সাল সলনি হোৱা হলে তেখেতে বিনা দৰ্ম্মহাতে প্ৰধান মন্ত্ৰীৰ বাব লবলৈ সাজু আছিল। এনেতে ডেকা অসমৰ সম্পাদক শ্ৰীযুত অম্বিকাগিৰি ৰায় চৌধুৰীয়ে অতি স্বাভাৱিক ভাৱেই কৈ উঠিল যে তেতিয়া কেনেকৈ চলালে হয় ? ভেটি থালে হয় ? ফুকন আৰু ৰায় চৌধুৰীৰ মাজত অগাধ প্ৰীতি আৰু শ্ৰদ্ধাৰ সম্বন্ধ। ফুকনে কৈ উঠিল তইঁতে এতিয়াও মোক নিচিনিলি নে ? তইঁতে দেখ যে, মই টকা খৰচ কৰোঁ আৰু ভাৱ যে, টকা নহলে মই চলিব নোৱাৰোঁ। মোৰ লগত ফেৰ মাৰি তইঁত চল চোন ? তইঁতক টকা দিলেও খৰচ কৰিব নোৱাৰ আৰু নহলেও নাই নাই কৰ। মোৰ টকা থাকিলেও খৰচ হয় আৰু নহলেও চলে। কিছুমান উদাহৰণ দিয়াৰ লগতে কলে অসহযোগ আন্দোলনৰ আগতে মই কেনেকৈ চলিছিলো জান, কিন্তু ডেৰ বছৰ জেলত সোমাই থাকি তাৰ পিছত ওলাই আহিও প্ৰেকৃটিছ নকৰাকৈ কিমান দিন কটাইছো। তেতিয়া মোৰ নিজৰ আৰু ঘৰৰ খৰচ কেনেকৈ চলাইছিলো ভাৱচোন। কংগ্ৰেছ আনিলো, ধাৰ লগালো, মহাজনৰ খেচখেচনি তাৰ ওপৰত ছোৱালীৰ, ঘৈণীৰ অতি ব্যয় সাপেক্ষ চিকিৎসা এইবোৰ কেনেকৈ চলালো কচোন ? তইঁতে দেখ মোক টকা খৰচ কৰা, কিন্তু মোৰে আৰু টকাৰে সম্বন্ধ বৰ গাঢ় নহয়। তইঁতৰ এই সম্বন্ধ বৰ গাঢ় বুলিয়ে আনে খৰচ কৰিলেও টান পাৱ আৰু নহলেও নাই নাই কৰ। অৱশ্যে এই উত্তৰৰ পিছত ৰায় চৌধুৰীৰ জৱাব ছুটি হ'ল। এইটো অৱশ্যে এটা আপেক্ষিক চিত্ৰ। বিচাৰ কৰিলে তেখেতৰ জীৱনৰ এনে ঘটনা বহুত উলিয়াব পাৰি। অসহযোগ আন্দোলনত বহুতে যোগ দিছিল আৰু জিলিকা পদাৰ্থ মাত্ৰেই যে সোণ নহয়, তাকো বহুতৰ বিষয়তে উপলব্ধি কৰা গৈছে। যদি ফুকন ডাঙৰীয়াই অসমৰ প্ৰধান মন্ত্ৰীৰ আসন পালে হেতেন তেন্তে আজি অসমত ইমান বিলাক বেমেজালি

হবলৈ নাপালে হেতেন। কিন্তু অসমৰ বৰ দুৰ্ভাগ্য যে সি কাৰ্য্য ক্ষেত্ৰত পৰিণত হবলৈ সময়ও নাপালে।

## সাহিত্য আৰু বাগ্মিতাত

সাহিত্য আৰু বাগ্মিতাত তৰুণৰাম সুপণ্ডিত আছিল। এই দুয়ো ক্ষেত্ৰতে তেওঁৰ নাম বিশেষৰূপে উল্লেখযোগ্য। তেওঁ সুবিমল ৰুচিৰ সাহিত্যিক আৰু ক্ষমতাশালী বাগ্মি পুৰুষ আছিল। তেওঁ আমাৰ সাহিত্য ভৰাললৈ সৰহ দান দি যোৱা নাই, এই কথা সচা, কিন্তু যি অলপ অচৰপ দান দি গৈছে, তাৰ পৰা সুসাহিত্যিক বুলি তেওঁৰ চিনাকি পোৱা যায়। তাত বাজেও তেওঁ সুসাহিত্যৰ অতিশয় ৰসজ্ঞ পুৰুষ আছিল। সংস্কৃত, অসমীয়া, বঙ্গালী, হিন্দুস্থানী, উৰ্দ্দু, ইংৰাজী আদি ভাষাতে তেওঁৰ বিপুল ব্যুৎপত্তি আছিল, আৰু এই কেই ভাষাৰেই তেওঁ অনৰ্গল কৈ সুৰলা বক্তৃতা দিব পাৰিছিল। সংস্কৃত ভাষাত ফুকনৰ বিশেষ ব্যুৎপত্তি থকাৰ যথেষ্ট প্ৰমাণ গুৱাহাটীত হোৱা সংস্কৃত টোলৰ সভাত আৰু আন আন ঠাইত দিয়া বক্তৃতাত পোৱা গৈছিল। গোটেইখন শ্ৰীমদ্ভাগৱত, গীতা তেওঁৰ কণ্ঠস্থ আছিল। ডিপুটি কমিশ্যনাৰ হাদি হুচেন চাহাব গুৱালপাৰাত এচিষ্টেণ্ট কমিশ্যনাৰ পদত থকাত এবাৰ ফুকনে তেওঁৰ আদালতত ওকালতি কৰিবলৈ গৈছিল। ফুকনে তেতিয়া হুচেন চাহাবৰ অনুমতি লৈ তেওঁৰ বক্তৃতাৰ প্ৰথম ছোৱা অসমীয়াৰে কৈ ললে, তাৰ পাচত তেওঁ উৰ্দ্দু ভাষাৰে বক্তৃতা দিবলৈ ধৰিলে, আৰু তেতিয়া হেনো এনেহে অনুমান হৈছিল যেন, উৰ্দ্দূহে তেওঁৰ মাতৃ ভাষা। সাহিত্য ক্ষেত্ৰলৈ ফুকনৰ দান আছে। বন্দী অৱস্থাতে লিখা "স্তুতিমালা" পিছৰ "যৌনতত্ব এই দুখনেই তেখেতৰ কিতাপ। অকল কংগ্ৰেছৰ কাৰ্য্য পদ্ধতিত লিপ্ত থাকিয়েই তেওঁ সন্তুষ্ট থকা নাছিল। মাতৃভূমিৰ সেৱা আৰু উন্নতিৰ লগত মাতৃ ভাষাৰ সেৱা আৰু উন্নতিৰ যে অবিচ্ছেদ্য সম্বন্ধ, মৌখিক বাণী বতাহৰ



বুকত বিলীন হলেও লিপিবদ্ধ ভাব-ৰাশিৰ যে বিনাশ নাই, এই সত্য ফুকনে মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল। ওপৰত উল্লেখ কৰা "স্তুতিমালা" গ্ৰন্থৰ উপৰিও পিছৰ "যৌনতত্ব"ৰ বিষয়ে পোন প্ৰথম অসমীয়া গ্ৰন্থ ফুকনৰ মধুৰ লিখনিৰ পৰা ওলায়। অৰ্ঘ্য, বাঁহী, আৱাহন, আলোচনী আদি কাকত বিলাকত ভিন্ ভিন্ বিষয়ৰ বাছকবনিয়া প্ৰবন্ধ সততে শোভা পাইছিল। তেওঁৰ সামাজিক, ৰাজনৈতিক, গল্প কবিতা আদি সকলো বিষয়তে ফুকনে লিখিছিল। শব্দৰ যাদুকৰ ৰসৰাজ তেওঁৱেই যি লিখিছিল, যি কৈছিল, সেয়েই প্ৰথম শ্ৰেণীৰ সাহিত্য হৈ পৰিছিল। সভা সমিতি বিলাকত সভাপতিৰ আসনত ফুকন ডাঙৰীয়াৰ সাৰগৰ্ভ অভিভাষণত, বক্তৃতাত আৰু মাতৃ-ভাষাৰ প্ৰতি তেখেতৰ সুগভীৰ অনুৰাগ আৰু তেখেতৰ অগাধ পাণ্ডিত্য সুন্দৰকৈ ফুটি ওলাইছিল। অসম সাহিত্য সম্মিলন, অসম ছাত্ৰ সম্মিলন, অসম তৰুণ সঙ্ঘ, জয়মতী উৎসৱ, কামৰূপ অলিম্পিক এচোচিয়েচনৰ উদ্বোধন সভা, অসম মেডিকেল লাইছেঞ্চিয়েটছ এচোচিয়েচন আদি প্ৰধান বিবিধ জাতীয় আৰু দেশ হিতকৰ অনুষ্ঠানৰ পূজাৰী স্বৰূপে তেখেতে দেশ বাসীক ভাৱ কুসুমৰ অমোঘ নিৰ্ম্মালি অকাতৰে বিলাই দিছিল। সভা-সমিতি বিলাকত তেখেতে অনেক সময়ত লিখিত অভিভাষণ পাঠ নকৰা বাবে বহুতো অভিভাষণ হেৰাই গৈছে। এইটো ডাঠি কব পাৰি যে, ৰখা হলে সেই বিলাকেও তেখেতক এগৰাকী ডাঙৰ সাহিত্যিক বুলি জনাজাত কৰিলেহেতেন। অসমীয়াৰ ভাষাহীন ভাৱক ফুকনে অসমবাসীৰ মাজত ভালকৈ প্ৰকাশ কৰিছিল। অসমীয়াই তেখেতৰ দান স্বীকাৰ কৰি লব লাগিব।

অসমা অসম জননীৰ বীৰ তৰুণ ফুকন তিৰোধানত অসম মাতৃৰ বুকুৰ পৰা এটা ডাঙৰ জীৱন অন্তৰ্হিত হ'ল। কিন্তু তেখেতৰ নিচিনা মহান পুৰুষৰ অনুপ্ৰেৰণা কেতিয়াও লুপ্ত হব নোৱাৰে। হাজাৰ হাজাৰ

দেশ-বাসীয়ে তেখেতৰ কল্পিত ছবি বাস্তৱত পৰিণত কৰিবলৈ বুকুৰ তেজ দিব লাগিব। সকলো ব্যক্তিৰে বিকাশৰ সমান সুবিধা থকা, সমান মাত থকা, ন্যায় আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত এখন গণতন্ত্ৰ স্থাপিত কৰিবলৈ লক্ষ লক্ষ ভক্তই আত্ম বলি দিব। সুন্দৰ আৰাধনাত অগনন ডেকা-ডেকেৰীয়ে বুকুৰ সকলো একাগ্ৰতা অৰ্পণ কৰিব। প্লেটোই কৈছিল যে, কবি সকলে নিজৰ কবিতা নিজে ভালদৰে উপলব্ধি কৰিব নোৱাৰা সম্ভাৱণা এটা থাকে, আৰু একেবাৰেই কবিতা মহৎ। ফুকনৰ মান-চিত্ৰত যি সম্ভাৱণা আছিল, সি ফুকনৰেই। তাক পূৰ্ণাঙ্গ কৰিবলৈ অসমীয়া দেশ প্ৰেমিক মহাত্মাই যথা-সৰ্ব্বস্ব পন কৰিব। যোৱা শতাব্দীৰ শেষ আৰু বৰ্ত্তমান শতাব্দীৰ আদি ডোখৰত আমি মাতৃ ভাষাক সোণৰ আসনত বহুৱাইছোঁ, জন সাধাৰণৰ স্থবিৰ গতিক তীব্ৰ কৰি তুলিছোঁ আৰু জাতীয় জীৱনত সিবিলাকৰ উম আনিছোঁ। কোনে কব পাৰে তৰুণৰামৰ নিচিনা পুৰুষৰ পূজা ব্যৰ্থ হৈ গৈছে? আমি আজি এটা আশাময়ী বিৰাট ভবিষ্যতৰ দুৱাৰ-ডলিত।

এই কথালৈ কেৱে মন কৰা নাই, সেইটো হৈছে ফুকনৰ সংস্কৃতি সম্পন্ন মন। ম্যাথু আৰ্ণল্ডে কৈছিল যে, কাৰ্য্যাৱলী আৰু ব্যক্তিত্ব দুটা পৰস্পৰ সম্বন্ধ নোহোৱা পৃথক বস্তু। অকল কাৰ্য্যবলীৰ দ্বাৰাই এজন মানুহৰ ব্যক্তিত্ব জুখিব যোৱাতো ভুল। ফুকনৰ এই কথা বেছি প্ৰযোজ্য। তেওঁৰ উপস্থিতিয়ে নানা-তৰহৰ ৰাজহুৱা সভা-সমিতি, ছাত্ৰ-সন্মিলন, সাহিত্য সভা ইত্যাদি লৈ কি মৰ্য্যাদা আনিছিল, তাক সকলোৱে জানে। তেখেতৰ অনুপস্থিত কেনেকৈ বহু সভা-সমিতি মহাদেৱ শূন্য দক্ষ যজ্ঞত পৰিণত হৈছিল, সেই কথাও বহুতৰ জনা আছে। এজন মানুহৰ উপস্থিতিয়ে ইমান উৎসাহ উদ্দীপনা আৰু মৰ্য্যাদাৰ সৃষ্টি কৰা যেই সেই লোকৰ কাম নহয়। বহুতো ৰাজনৈতিক প্ৰভাৱশালী



লোকৰ ভাগ্যতে সি নঘটে। ওপৰত কোৱাৰ দৰে, ফুকনৰ এই প্ৰভাৱৰ গুৰিত আছিল তেখেতৰ অতুলনীয় সংস্কৃতি সম্পন্ন মন। উচ্চ তেজৰ সকলো ভাল গুণ, পাশ্চত্য সভ্যতাৰ সকলো উদাৰতা আৰু ৰমনীয়তা, প্ৰাচ্য সভ্যতাৰ সকলো শুদ্ধতাৰ অধিকাৰী তেওঁৰ মনে যে অতুলনীয় শক্তিৰ অধিকাৰী হব, তাত আচৰিত হব লগীয়া নাই। এই মনৰ তীব্ৰ অনু ভূতিৰ লগত আছিল উদ্দাম কল্পনা। তেখেতৰ মন এটা অফুৰন্ত খনি আছিল আৰু লিখনিত সৰসৰকৈ তাৰ পৰা মণি মুকুতা ওলাই পৰিছিল। বহুতে তেওঁৰ এই ঐশ্বৰ্য্যত সচাঁকৈয়ে ঈৰ্ষান্বিত হৈছিল। অসম দেশৰ ইংৰাজ শাসক সকলে ফুকনৰ পৰা তুমি সম্বোধন পায়ো বেয়া নাপাইছিল। তেওঁলোকে ফুকনক ভয়ৰ লগত ভক্তি শ্ৰদ্ধাও কৰিছিল। এই দেশৰ অৱশৰ প্ৰাপ্ত ইংৰাজ শাসক সকলৰ বহুতে সময়ে সময়ে তেখেতৰ খবৰ বাতৰি লৈছিল। চিৰ প্ৰফুল্ল চিৰ তৰুণ এই পুৰুষ সিংহৰ মুৰৰ মুকুট কালেও কাঢ়ি নিব নোৱাৰে।

তৰুণৰামৰ বাগ্মিতাৰ ধৰণ দৰাচলতে অতুলনীয় সম্পদ আছিল। তেজস্বিনী ভাষাৰে, অকাট্য যুক্তিৰে, ৰসাল কথাৰ অৱতাৰণাৰে, সুন্দৰ বচন ভঙ্গিৰে, গধুৰ ভাৱ সম্ভাৰেৰে যে অতি তেজী, হৃদয়গ্ৰাহী, মৰ্ম্মস্পৰ্শী বক্তৃতা অসমীয়াত দিব পাৰি, তাৰ আহিঁ দেখুৱালে দেশভক্ত ফুকনে। তেওঁৰ বক্তৃতাত সুন্দৰকৈ ফুটি ওলাইছিল শব্দব্ৰহ্মৰ প্ৰচণ্ড প্ৰভাৱ, মৌলিক যুক্তিৰ প্ৰখৰতা, সুচতুৰ ব্যঙ্গৰ তীব্ৰতা, বজ্ৰ গভীৰ বাণী, সুমধুৰ সঙ্গীতময় সুৰ, ভাৱৰ অনাবিল প্ৰৱাহ, কৱিত্বপূৰ্ণ গভীৰ আবেগ আৰু মাজে সময়ে জলন্ত অগ্নিস্ফুলিঙ্গ আৰু এটি ফুকনৰ বিশেষত্ব আছিল এই যে, তেখেতে অসমীয়া ভাষাত যেনে প্ৰাঞ্জল বক্তৃতা দিব পাৰিছিল ভাৰতৰ আৰু ইউৰোপত প্ৰচলিত প্ৰধান প্ৰধান ভাষাতো তেনে বক্তৃতা দিব পাৰিছিল।

অসমৰ ৰাজহুৱা সভা সমিতি বিলাকত সুবক্তা ফুকন ডাঙৰীয়াই

বক্তৃতা দিবলৈ আৰম্ভ কৰাৰ আগতে এটা কোৰাণৰ আৰু এটা গীতাৰ শ্লোক নমতাকৈ তেখেতে বক্তৃতা আৰম্ভ নকৰিছিল। ইয়াৰ দ্বাৰা তেখেতে নিশ্চয় হিন্দু-মুছলমানৰ ঐক্যলৈ লক্ষ্য ৰাখিছিল! এইটো সিদ্ধ কথা যে তেওঁ হিন্দু-মুছলমান খৃষ্টান সকলো সম্প্ৰদায়ৰে সমানে শ্ৰদ্ধাৰ পাত্ৰ আৰু অবিসম্বাদী নেতা আছিল। প্ৰসিদ্ধ বক্তা ফুকনৰ বক্তৃতা শুনিবলৈ দেশৰ সকলো সম্প্ৰদায়ৰে হাজাৰ হাজাৰ নৰ-নাৰী সভা সমিতিলৈ আহিবলৈ ধৰিলে।

ইংৰাজী ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত আন পাৰিপাৰ্শ্বিকতা সিমান অনুকুল নথকাতো অসমীয়াৰ ভাষাহীন ভাৱক স্বৰলা বক্তৃতাৰেই তৰুণৰামে অসমত অসহযোগ আন্দোলনক এটা বিপুল আন্দোলনত পৰিণত কৰি তুলিছিল। এই প্ৰসিদ্ধ নেতাৰে অভয় বাণীত দেশৰ ডেকা সকলে মাতৃ-যজ্ঞত আহুতি দিবলৈ ওলাই আহিল। স্কুল-কলেজত ধৰ্ম্ম-ঘট কৰি ছাত্ৰ বিলাক অসমৰ মুকুট বিহীন সম্ৰাট ফুকনৰ পতাকাৰ তলত থিয় দিলে। তেওঁক বাহিৰত ৰখা আৰু গৱৰ্ণমেণ্টৰ পক্ষে নিৰাপদ নোহোৱা হ'ল! গতিকে ফুকনক বন্দী কৰা হল। ইয়াৰ পিছত অসমত জেললৈ যোৱাতো আৰু ভয় লগা কথা নোহোৱা হল। শ শ ডেকা ছাত্ৰ উকীল, ভলণ্টিয়াৰ স্কুল-কলেজত পিকেটিং কৰি জেললৈ তথা স্বৰাজ আশ্ৰমলৈ অসমৰ মুকুট বিহীন ৰজাৰ ওচৰলৈ যাবলৈ ধৰিলে। গন শোভা যাত্ৰাত প্ৰথম বাৰৰ নিমিত্তে অসমীয়া জন সাধাৰণেও যোগ দিলে। গাৱৰ ডেকা সকলে "বন্দেমাতৰম্" আল্লাহো আকবৰ বাণীৰে আকাশ পাতাল কপাই তুলি জাতীয় যুদ্ধলৈ জনসাধাৰণক জগাই ফুৰা মধুৰ স্মৃতি এতিয়াও মাৰ যোৱা নাই। আনকি গাৱলীয়া ছোৱালীয়ে গীত গাইছিল তৰুণ ফুকন-নবীন বৰদলৈ দেশে দেশে মিটিং কৰে ইত্যাদি। সেই সময়ত তৰুণ-নবীনৰ জনপ্ৰিয়তা বহুতো ভাৰতীয় প্ৰাদেশিক নেতাৰ ঈৰ্ষাৰ বস্তু আছিল।



মহাত্মাৰ প্ৰকাশ বাণী যতৱ, খাদি, বিদেশী বৰ্জ্জন ইত্যাদিৰ কথা তেখেত সকলে কৈ ফুৰিলে সচা, কিন্তু ইংৰাজী ১৮২৬ বা ১৮৬০ চনলৈ স্বাধীনতা ৰক্ষা কৰা অসমীয়া জাতিয়ে কেতিয়াও খাদি পৰিত্যাগ কৰা নাছিল। "ইয়ং ইণ্ডিয়া"ৰ পাতত অসমীয়া শিল্পিৰ প্ৰশংসা ভৰি আছে। যতৱে পৃথিবীৰ মহাশক্তিশালী গৱৰ্ণমেণ্টক ভাৰতৰ পৰা খেদাব পাৰিবনে বুলি কৰা প্ৰশ্নৰ উত্তৰ তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ আছিল নে নাই কব নোৱাৰো অন্ততঃ সঠিককৈ। কিয়নো এই বিষয়ত তেতিয়া বহুতো ভাৰতীয় নেতাৰে দুৰ্ঘোৰ সন্দেহ আছিল। কুৰি বছৰৰ পাছত আজি এই সন্দেহৰ অৱশ্য চিৰ সমাধি হৈছে। কল কাৰ খানাৰ যুগৰ লগতো যে কুটিৰ জীয়াই থাকিব পাৰে, ই দিনৰ দৰে পোহৰত ওলাই পৰিছে। ভাৰতে আজি ভালকৈ বুজিছে যে, সকলো জাতিৰে স্বাধীনতাৰ প্ৰথম আহিলা স্বাৱলম্বন বা খাদি ব্যৱহাৰ। তৰুণ-নবীনে কেনে ভাৰতৰ সপোন দেখিছিল কব নোৱাৰি। কিয়নো দুৰভাগ্য বশতঃ তেখেত সকলে যথেষ্ঠ ৰকমে ৰাজনৈতিক প্ৰৱন্ধ লিখি এৰি থৈ যোৱা নাই। কিম্বা কোনো সাময়িক আলোচনীও নাছিল। আন কি অসম এচোচিয়েচনৰ নিচিনা এখন অনুষ্ঠানৰো বিশেষ কাগজ পত্ৰ নাই।

খাদি সত্য আৰু অহিংসাই কামান আদি পশু বলৰ বিৰুদ্ধে থিয় হব পাৰে বোলা কথাটোক আদৰ্শ সত্য হিচাবে গ্ৰহণ কৰিবলৈ ভাৰত বাসীয়ে আজি অস্বীকাৰ নকৰে। কিন্তু ইয়াক কাৰ্য্যকৰী পন্থা হিচাবে গ্ৰহণ কৰিবলৈ আজিও কম লোকহে সাজু। ইংৰাজী ১৯২০ চনত সত্য আৰু অহিংস নীতি অঙ্কুৰতেহে আছিল। ইতিমধ্যে মহাত্মাজীৰো মনত বিশ্বাস ক্ৰমে বৰ্দ্ধিত হৈ আহিব ধৰিছে। তেখেতৰ মতে ইয়াৰ আবিষ্কাৰ হবলৈ আৰু বহুতো আছে। ইংৰাজী ১৯২১ চনৰ অসহযোগৰ সময়ত বহুতে ইয়াক নুবুজিছিল আৰু বিশ্বাসও নকৰিছিল। ফুকন-বৰদলৈয়ে

এই আত্মিক বলৰ বিষয়ে কিমত পোষণ কৰিছিল, ভালকৈ ধৰিব নোৱাৰি। অসহযোগৰ সময়ত এই কথা বিলাকৰ বিষয়ে বহুতৰে স্পষ্ট ধাৰণা নাছিল ই অতি সত্য। এটা কথা ঠিক যে, ফুকন ডাঙৰীয়া, কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মাৰ নিচিনা উগ্ৰ পন্থী নাছিল। কিন্তু সমৰৰ সময়ত সৈনিকে, ডেকা বিলাকে অসমৰ মুকুট বিহীন সম্ৰাট তৰুণ-নবীনৰ আদেশ মতে নিজ স্বাৰ্থ বিসৰ্জ্জন দি ভাৰতৰ মুক্তিৰ যুদ্ধত জাপ দিলে। যিবিলাক ডেকাই স্কুল-কলেজ এৰি শেষত অভাৱ অনাটনক সাৰটি বুকুৰ তেজেৰে এই আন্দোলনক কৃতকাৰ্য্য কৰিছিল, সেই ত্যাগী বীৰ সকলৰ কাৰণে এখন সুন্দৰ আসন আছে। ইংৰাজী ১৯২০ আৰু ১৯৩০ চনত কংগ্ৰেছত ত্যাগৰ ভাৱ আছিল। আজি সেই ত্যাগশীল মনোভাৱ অলপো আচ্ছন্ন হোৱা নাইনে?

অসহযোগৰ বাহ্যিক কৃতকাৰ্য্যতা, জেল ভলন্টিয়াৰেৰে ভৰাই পেলোৱা সম্পূৰ্ণ বিদেশী বৰ্জ্জন ইত্যাদিতকৈও ডাঙৰ সাফল্যটোলৈ বহুত সময়ত আওঁকাণ কৰা হয়। ই আমাৰ মনত একপ্ৰকাৰ বিপ্লৱ সৃষ্টি কৰিছিল। এই মানসিক বিপ্লৱতেই ফুকন ডাঙৰীয়াৰ কীৰ্ত্তিত্ব। আমাৰ অন্তৰ ক্ৰমে তীক্ষ্ণ ক্ষুধাই অতিষ্ঠ কৰিব ধৰিলে। আমি তীব্ৰ ক্ষুধাৰ তাড়নাত ছাটি ফুটি কৰিলোঁ। কিন্তু যি পিনে চাও, সেই পিনে আমাৰ হাত বন্ধ। অৱস্থাৰ লগত দুৰ্ঘোৰ সংগ্ৰামৰ ঐকান্তিকতা মনত ভাহি উঠিল। আমি ভাবিলো যে, যথা সৰ্ব্বস্ব ত্যাগ কৰি হলেও আমি অন্ধকাৰ, অজ্ঞতা, অত্যাচাৰ পোষণ, অবিচাৰ আৰু বেমেজালিক ধ্বংশ কৰি এখন নতুন ৰাষ্ট্ৰ সৃষ্টি কৰিম। এই মানসিক ক্ষুধাই ক্ৰমে আমাক মহৎ কৰি লৈ গৈছিল আৰু যুগ ব্যাপ্ত অলসতাক ভেদ কৰি নতুন ভাৱ-ধাৰাৰ প্ৰৱেশ সুগম কৰিছিল। প্ৰাণৰ তলিত আমি ভাৱ প্ৰকাশক ভাষা বিচাৰিছিলো আৰু সেই ভাষা আমি পাইছিলো ফুকনৰ হাঁহি মুখত। বেমেজালি আৰু অসীম অতৃপ্তিৰ মাজত পৰি আমি কিবা এটা হবলৈ আশা কৰি আছিলোঁ।



আৰু তাৰ পুৰোভাগত ফুকনক ৰাখিছিলো। ইংৰাজী ১৯৩০ চনত হোৱা আইন অমান্য আন্দোলনৰ নিমিত্তে এইদৰে আমি আমাৰ পটভূমি তৈয়াৰ কৰিব পাৰিছিলো।

সেই সময়ত তৰুণ-নবীনক খদ্দৰৰ সাজ পাৰত দেখাতো বৰ তৃপ্তি দায়ক আছিল। তেখেত সকলৰ প্ৰচাৰ কাৰ্য্যৰ ফলত বিলাস মগ্ন অসমীয়াই অলসতাত ভাহি যোৱাটো বন্ধ হ'ল। ভাৰতৰ অন্য কোনো প্ৰদেশতে যদি আন্দোলন ইমান কৃতকাৰ্য্য হোৱাৰ সন্দেহ নাই। অসহযোগত ইমান কৃতকাৰ্য্য নোহোৱা হেতেন ই মণ্টেগু-চেম্চফোৰ্ড সংস্কাৰৰ অন্তৰ্ভূক্ত হল-হেতেন নে সন্দেহৰ কথা। কিন্তু অন্য পিনৰ পৰা চালে অসহযোগ আন্দোলন সমগ্ৰ ভাৰতেই অকৃতকাৰ্য্য হৈছিল। কাৰণ স্বাভাৱিকতে চহৰৰ চাকৰীয়া সকলেহে ইয়াত যোগ দিব পাৰে। গাৱলীয়াই কি বিশেষ অসহযোগ কৰিব? খাজনা বন্ধ আন্দোলন তেতিয়া চলোৱা হোৱা নাছিল। অসহযোগৰ পৰা এটা জ্ঞান লাভ হল যে দেশৰ জনসাধাৰণ ওচৰ চাপিব লাগিব। অসহযোগৰ পৰা আইন অমান্য কংগ্ৰেছৰ এই বিকাশ বৰ কৌতুহল জনক।

ইংৰাজী ১৯২৬ চনৰ গুৱাহাটীৰ কংগ্ৰেছ। দেশবাসীয়ে ইতিমধ্যে তৰুণৰাম ফুকনক দেশভক্ত উপাধিৰে ভূষিত কৰিছিল। দ্বিতীয় সন্মানৰ চিনস্বৰূপে তেখেতক উক্ত অধিবেশনৰ অভ্যাৰ্থনা সমিতিৰ সভাপতি পাতিলে। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ সাধাৰণ সম্পাদক হ'ল। ইতিমধ্যে এটা উৎসাহী ডেকা কৰ্ম্মীৰ দল ওলাল। তাৰ ভিতৰত অসম কংগ্ৰেছ সভাৰ দলপতি, কংগ্ৰেছ কোৱালিশন মন্ত্ৰীমণ্ডলীৰ ভূতপূৰ্ব্ব প্ৰধান মন্ত্ৰী শ্ৰীযুত গোপীনাথ বৰদলৈ অসম এচোচিয়েচনৰ প্ৰধান সম্পাদক যোগেন্দ্ৰনাথ বৰুৱা উকীল ডাঙৰীয়া আদিও আছিল। এখেত সকলে এই অধিবেশনক কৃতকাৰ্য্য কৰিবলৈ আৰু অসমৰ লাজ মান ৰক্ষা কৰিবলৈ লাগি গল। সি এক বিৰাট আয়োজন। প্ৰাগজ্যোতিষপুৰ তথা অসম গৰ্জ্জি উঠিল প্ৰাণত

নতুন স্পন্দন অনুভৱ কৰিলে। অসমীয়া ডেকা বিলাকে প্ৰসিদ্ধ ব্যক্তি বিলাকৰ পৰশ পালে। অসমৰ ৰাজনৈতিক শিক্ষা লাভৰ ই অন্যতম অধ্যায়।

কিন্তু গুৱাহাটীৰ কংগ্ৰেছ বৰ অকৃতকাৰ্য্য হ'ল। অসহযোগৰ শ্ৰম, গয়া কংগ্ৰেছৰ পিছত চিত্তৰঞ্জন দাসৰ অফিচিয়েল কংগ্ৰেছৰ লগত মত বিৰোধ, স্বৰাজ্য পাৰ্টি গঠন, চিত্তৰঞ্জন দাসৰ মৃত্যু, স্বামী শ্ৰদ্ধানন্দৰ হত্যা, লালা লাজপাত ৰায়ৰ দলৰ মত ভেদৰ বাবে অনুপস্থিতি ইত্যাদি ইয়াৰ কাৰণ। কেইটামান সাধাৰণ প্ৰস্তাৱ গ্ৰহণ কৰি অধিবেশন ভাগিল। এই অধিবেশনত ফুকনৰ আৰ্থিক জঞ্জাল বাঢ়িল আৰু ক্ৰমে তেখেতে কংগ্ৰেছ অধিনায়কত্বৰ পুৰোভাগৰ পৰা আতৰি গ'ল। বঙ্গদেশত দেশবন্ধু চিত্তৰঞ্জন দাসৰ সোঁহাত আছিল শ্ৰীযুত সুভাষ চন্দ্ৰ বসু। সুভাষ চন্দ্ৰই তাত দেশবন্ধুৰ ৰাজনৈতিক উত্তৰাধিকাৰী বংশধৰ। দেশভক্ত তৰুণ ৰামে অসমত এইটো কৰিব নোৱাৰিলে। সুন্দৰ স্বাস্থ্য, অমায়িকতা, আকৰ্ষক ব্যক্তিত্ব, ত্যাগ, সাহস, বাগ্মিতা, অভিজ্ঞতা, ভাষাজ্ঞান আদি নায়ক সুলভ সকলো গুণৰেই ফুকন ডাঙৰীয়া অধিকাৰী আছিল। তেওঁৰ আগতে অসমত ৰাজনৈতিক উন্মেষ আৰম্ভ হয়, যদিও এই সকলো বিলাক কেন্দ্ৰভূত কৰি তেখেতে তাক এটা আন্দোলনৰ আকৃতিত মূৰ্ত্ত কৰিছিল। ফুকনৰ জীৱনীত এই সময়ৰ অসম বুৰঞ্জীয়েই আলোচিত হব।

যিবিলাকে তৰুণৰাম ফুকনৰ পিছৰ যুগৰ পূৰ্ণ ধেমেলীয়া বক্তৃতাহে শুনিছে, সিবিলাকে অসহযোগ আন্দোলনৰ নেতা ফুকনক আধাহে জানিছে। গুৰুত্ব পূৰ্ণ বক্তৃতাত প্ৰাণতন্ত্ৰী জোকাৰী গাৰ নোম শিয়ৰি উঠা তেখেতৰ সেই ঐকান্তিক সিংহনিনাদ কেৱল মানুহৰ পক্ষেইহে সম্ভৱ আৰু ইয়াত ফুকনৰ ওচৰ চাপে কোনে? স্বৰ্গীয় সুৰেন্দ্ৰনাথ বেনাৰ্জ্জিক ভাৰতৰ ডিমোষ্টেনিছ বোলা হয়। এইটো সম্ভৱ যে বিলাতৰ বক্তা সকলৰ লগত বঙ্গদেশৰ ৰাজবিহাৰি ঘোষ, সুৰেন্দ্ৰনাথৰ দ্বাৰা ফুকন প্ৰভাৱান্বিত হৈছিল। ইংৰাজী ১৯৩৬ চনৰ ডিচেম্বৰ মাহত আমিনগাওঁ ঘাটত ফুকনে



তেখেতৰ মটৰ গাড়ীখন পাৰ হৈ নহা পৰ্য্যন্ত প্ৰায় এঘণ্টা মান কাল ব্ৰহ্মপুত্ৰৰ সুন্দৰ বালিতে অপেক্ষা কৰিব লগাত পৰে। তেতিয়া অসম প্ৰাদেশিক ব্যৱস্থাপক সভাৰ সভ্য নিৰ্ব্বাচনৰ সময়। এই আহৰি সময় খিনিত তেওঁ বগৰ কৰি আগৰ ডেকা বিলাকৰ স্বাস্থ্য আৰু স্মৃতিৰ লগত আধুনিক ডেকা বিলাকৰ স্বাস্থ্য আৰু স্মৃতিৰ তুলনা কৰি তেখেতৰ অসীম স্মৃতিৰ পৰিচয় দি আমাৰ আগতে বহুত দিন আগতে শুনা সুৰেন্দ্ৰনাথৰে আৰম্ভ কৰা বিখ্যাত বক্তৃতাটো অনৰ্গল মুখস্থ মাতিছিল। লগতে তেখেতে কৈছিল যে, সামান্য কল গছ এডাল মাত্ৰ সহায় লৈ ব্ৰহ্মপুত্ৰৰ যি কোনো সঙ্কটপূৰ্ণ ঠাইৰে পৰা তেখেতে পাৰ উঠিব পাৰিছিল। লৰা ছোৱালীৰ লগত কথা কবলৈ ভাল পাইছিল। ফুকন কেতিয়াও অহঙ্কাৰী নাছিল। সুৰেন্দ্ৰনাথৰ বক্তৃতা আমি শুনা নাই। আন বহুতো প্ৰসিদ্ধ বঙ্গালীৰ বক্তৃতাত এটা সুৰ থাকে। ইউৰোপীয় সকলৰ বক্তৃতাত সুৰ নাথাকে। ফুকনৰ বক্তৃকতাতো সুৰ নাছিল। বক্তৃতাৰ আকৰ্ষণ কৰিব পৰা ব্যক্তিত্ব আৰু সাধাৰণ হৃদয় গ্ৰাহীতা থকাও দৰ্কাৰ। অসম দেশৰ ডিমোষ্টেনিছ ফুকনৰ মাত গভীৰ অথচ সৰস আছিল। মাতৰ লগতে সমগ্ৰ ব্যক্তিটো প্ৰতিভাত হৈ উঠিছিল। স্বৰ্গীয় লক্ষীনাথ বেজবৰুৱাৰ কলম আৰু দেশভক্ত তৰুণৰামৰ মুখ সচাকৈয়ে অসম দেশৰ আপৰুগীয়া সম্পত্তি আছিল। কথাৰ প্ৰগাঢ়তাৰ মাজত আছিল বুদ্ধিৰ বিচক্ষণতা আৰু ৰসৰ সফুৰা। ভাৰতত বাগ্মি পুৰুষ সকলৰ ভিতৰত ফুকনে এখনি সুন্দৰ আসন অধিকাৰ কৰি লব পাৰিছিল।

উচ্চ বংশ-জাত উচ্চ শিক্ষিত তৰুণ ফুকন বিলাসৰ কোলাত উঠি অহা, নিজে বিলাসী, চিকাৰ প্ৰিয়, প্ৰচুৰ অৰ্থ উপাৰ্জ্জন কৰা, প্ৰিয়দৰ্শন এজন আৰাম প্ৰিয় ব্যাৰিষ্টাৰ, কংগ্ৰেছ অসহযোগ আন্দোলনৰ সময়ত দেশ নেতা বোলাবলৈ অকল বাগ্মিতা হলেও চলিছিল। তেনেস্থলত তেখেতে সকলো সুখৰ সজুলি কাতি কৰি থৈ অনায়াসে কাৰাবৰণ কৰি নাছিল নে?

বিলাসৰ সকলোটি সামগ্ৰী, বহুমূলীয়া বিদেশী সাজ-পাৰ প্ৰভৃতিত অতি অকুণ্ঠিত ভাবে অগ্নি সংযোগ কৰি এটি তৃপ্তিৰ হাঁহি মৰা নাছিল নে ? কাৰাবৰ স্বৰূপ এই লৌহ নিগড় পৰিধানে তেখেতৰ শৰীৰৰ বাহ্যিক সৌন্দৰ্য কিছু পৰিমাণে বিনষ্ট কৰিলেও অন্তৰৰ সৌন্দৰ্য্য আৰু পৰিস্ফুট কৰি তুলিলে। সেই সুযোগতে তেখেতে অনেক ধৰ্ম্ম গ্ৰন্থ পাঠ কৰি আধ্যাত্মি পৰি-পুষ্টি সাধন কৰিলে আৰু সেয়ে কাৰামুক্তিৰ পিছত তেখেত লিখাত বক্তৃতাত, আলাপত ধাৰ্ম্মিকতাৰ ছাপ, হিন্দু-মুছলমান আৰ খৃষ্টান ধৰ্ম্ম গ্ৰন্থৰ সুমধুৰ বাণী প্ৰকাশ কৰিবলৈ ধৰিলে। তেখেতৰ সাহিত্যি সংযোজন প্ৰণালী যেনে সুমধুৰ, ভাষা তেনে ভাৱ মধুৰ আৰু হৃদ গ্ৰাহী আৰু সকলোতে প্ৰভাৱ পৰিছিল তেখেতৰ আছুটিয়াকৈ ৰখ যেই নিভৃত আত্মাৰ। তেখেতৰ অগাধ বিদ্যা, অশেষ জ্ঞান, সুগভী চিন্তা এই সকলোকে ঢাকি ৰাখিছিল এটা সুমিষ্ট হাঁহি আৰু প্ৰীতিভৰা কথাৰে। আন্তৰিক বিপুলতা কোনো দিন ভাষাৰে প্ৰকাশ কৰা তেখেতৰ অভ্যাস নাছিল। এয়ে আছিল আনন্দময় আৰু যোগী ফুকনৰ প্ৰধান লক্ষ।

শ্ৰদ্ধাস্পদ বন্ধু, সুলিখক মিঃ ৰেজাক চাহাবে অসম ট্ৰিবিউন'ত বোলা প্ৰবন্ধত ফুকন দেৱৰ আন্তৰিক অনুপম মহত্ব আৰু প্ৰসাৰতাৰ বিষয় এই দৰে ঘোষণা কৰিছে যে, ফুকন দেৱৰ ভাৰত ব্যৱস্থাপক সভাৰ কাৰ্য্য-কলাপ উদ্দেশ্য কৰি কৈছে যে, ফুকন দেৱৰ ধাৰণাত সেই আইন সভা আৰু সেয়ে তাৰ বাগবিতণ্ডা, বাগাড়ম্বৰত তেখেতে বিশেষ যোগ নিদি ভিতৰুৱা আলোচনা, পাৰ্টি-মিটিং আদিত অন্তৰঙ্গিতাৰে সৈতে যোগ দিছিল আৰু তেখেতৰ মতামত তাত সদায় ন্যায় সঙ্গত ভাৱে অতি মূল্যৱান বুলি বিবেচিত হৈছিল। নাম বাহিৰ কৰা অভিপ্ৰায়েৰে নিজৰ কামৰ বা আজি-কালিৰ দিনত যাতায়াতৰ বিজ্ঞাপন দিয়া তেখেতৰ কস্মিন কালেও অভ্যাস নাছিল। তেখেতে বিশ্বাস কৰিছিল যে, কোনো কামৰ প্ৰকৃত মূল্য থাকিলে তাৰ আদৰ হবই, অথবা কোনো ব্যক্তিৰ যোগ্যতা থাকিলে



বিজ্ঞাপনেৰে তাৰ মূল্য বুজোৱা আৱশ্যক নাই, লোকে এনেই বুজিব। আজি কালিৰ সংসাৰত হয়টো এইটো কথা নাখাটে, কাৰণ সকলো কালেই বিজ্ঞাপন। সেয়ে ৰেজাক চাহাবৰ উক্তিৰে প্ৰতিধ্বনি কৰি কবৰ মন যায়, অসমীয়া বেপাৰীয়ে অসমজ বস্তুৰ প্ৰকৃত মূল্য বাহিৰত বুজাব পৰা নাই, অসমৰ বিখ্যাত নেতাৰ এই সংসৰ্গজ দোষ থকা সেই সূত্ৰে স্বাভাৱিক। কিন্তু আমাৰ বিবেচনাৰে ফুকন দেৱৰ গাত প্ৰাচ্য প্ৰতীচ্যতৰ এটা অপূৰ্ব্ব সংযোগ আছিল আৰু নিজৰ বজাৰ ভাও বঢ়াবৰ মন কৰা হলে বিজ্ঞাপনৰ ক'লাত বিশাৰদ হোৱাত তেখেতৰ সময় বা পৰিশ্ৰমৰ আৱশ্যক নহল হেতেন। নিজৰ বাহিক আড়ম্বৰৰ প্ৰতি আন্তৰিক ঘৃণাৰ পৰাই তেখেতৰ নিজৰ বিষয়ে বিজ্ঞাপিত প্ৰকাশ কৰা ঘৃণাৰ চকুৰে চাইছিল।

ফুকন ডাঙৰীয়াৰ ঘৰুৱা জীৱনলৈ চালে আন্তৰিক মহত্ব আৰু বিষয় বৈৰাগ্যৰ বহুত উদাহৰণ দিব পাৰি। কিন্তু সেইবোৰেৰে স্বৰ্গ গত মহাপুৰুষ বাবে জনপ্ৰিয়তা আহৰণ আমাৰ উদ্দেশ্যে নহয়, কিন্তু আজি কেইছৰ মান আগেয়ে ৰাজনৈতিক দল বিশেষৰ অন্তৰ্গত বিৰুদ্ধ বাদী সকলৰ আক্ৰমণৰ উত্তৰত তেখেতৰ অনিচ্ছাতো আত্মপক্ষ সমৰ্থন কৰি এটা বিজ্ঞপি প্ৰকাশ কৰিছিল। তাত কোনো চলনা কোনো আত্মম্ভৰিতা নাছিল, কোনো ঔকিলিক প্ৰচেষ্টা নাছিল, আছিল মাত্ৰ কেইটামান সাধাৰণ সত্য উক্তি আৰু যেই সেই নিৰপেক্ষ পাঠকে সেই কথা কেইটিয়ে চকুলো টুকাইছিল। তাত আছিল তেখেতৰ সাধু চেষ্টা স্বত্বেও বিফলতাৰ ইঙ্গিত। শাসন নমনা ঘৰুৱা জঞ্জালৰ ঘন ঘটাৰ আভাষ আৰু এই বিপদ ডাৱৰে ঢকা আকাশৰ তলত তেখেতৰ আত্মাৰ স্থিৰ দীপ্তিৰ স্পন্দনহীন আলোক। তেখেতৰ অসাধাৰণ জনপ্ৰিয়তাৰ মূলত কি আছিল ? অকল শক্তি, দক্ষতা বাগ্মিতা, সৌম্য দৰ্শন, দেহৰ কান্তি, হৃদয়গ্ৰাহী বাক-নৈপুণ্য নে আৰু কিবা ? তেখেতৰ অসীম সহনশীলতা। কথা কোৱা বিশেষকৈ তৰ্ক

কৰা মানুহ সকলৰ মাজত অসহিষ্ণু ভাবৰ প্ৰাচুৰ্য্য প্ৰায় দেখা যায়, অৱশ্যে তাৰ প্ৰকাশৰ প্ৰণালী বহুত সময়ত ৰূঢ় নোহোৱাৰ বাবে সাধাৰণৰ চকুত নালাগিব পাৰে। কিন্তু ফুকন দেৱ অসাধাৰণ তৰ্কিক হোৱা স্বত্বেও নিজৰ জিভাৰ ওপৰতে নহয়, মনৰ ওপৰতো অসাধাৰণ সংযম দেখুৱাইছিল আৰু অকল বুদ্ধিৰ কচ্ছতেৰে বিপক্ষক জয় নকৰি হৃদয়ৰ প্ৰশস্ত তাৰ মাজত তেওঁক লীন নিয়াবলৈ যত্ন কৰিছিল। সেয়ে ফুকন দেৱৰ এটা বিশেষত্ব আমৰণ থাকি গ'ল যে, তেখেতৰ কোনো শত্ৰু কোনো কালে নোলাল। বিশেষকৈ ৰাজনৈতিক দলৰ অৱশ্যে সামাজিক আৰু সাম্প্ৰদায়িক দল ততোধিক মাজত ক্ষমতাৰ বাবে হেতা ওপৰা দলা দলি অতি স্বাভাৱিক দৃশ্য, কিন্তু ফুকনদেৱে প্ৰভাৱশালী প্ৰাদেশিক ৰাজনৈতিক দলটোৰ ঘটনা ক্ৰমে অপ্ৰিয় হৈ উঠাৰ পাচতো তেখেতে নিজে কোনো দল সৃষ্টিৰ অপচেষ্টা নকৰিলে। এইটো অকল তেখেতৰ বিশেষত্ব। ফুকন এনে সমদৰ্শী, এনে সুবিশাল অন্তঃকৰণৰ ইমান খিনি যোগ্যতা আৰু অপৰিসিৰ ক্ষমতাৰ আধাৰ এনে এজন সুপুৰুষৰ অন্তৰ্দ্ধানত সমগ্ৰদেশ ম্ৰিয়মান হোৱা অতি স্বাভাৱিক। দেশ কালৰ অতীত সীমাহীন ভৱিষ্যতৰ অন্তৰালৰ পৰা তেখেতৰ আশীৰ্ব্বাদৰ বাবে দেশবাসী চিৰদিন উন্মুখ হৈ ৰব।

## ত্যাগৰ আদৰ্শত

তৰুণৰাম ফুকন আছিল এজন সৰ্ব্বগুণী সৌন্দৰ্য্যশালী পুলন্ত পুৰুষ। সৰ্ব্ব সাধাৰণক মোহিব পৰা ৰূপ গুণৰ অভাৱ তেখেতৰ নাছিল। বিশেষকৈ ন যুৱতী, ডেকা-গাভৰু আৰু লাৱণ্যময়ী ৰমণীক প্ৰেম হৃদয়ত আঘাত দিব পৰা যথেষ্ঠ গুণ ফুকনৰ গাত আছিল। বহুতো সৌন্দৰ্য্যময়ী যুৱতীয়ে তেখেতক স্বামী স্বৰূপে পাবলৈ যথাসাধ্য চেষ্টা কৰিও হৃদয় জৰ্জ্জৰিত কৰি দাম্পত্য প্ৰেমৰ পৰা হতাশ হৈ বঞ্চিত হৈছিল। অনেক অসমীয়াই বিদেশত উচ্চ শিক্ষা অৰ্জ্জন কৰিবলৈ গৈ অসমীয়া ছোৱালীক



অৱহেলা কৰি বিদেশী ছোৱালীৰ ৰূপ লাৱন্যত ভোল গৈ তাকে বিয়া কৰায়। বিলাতৰ পৰা আহি ফুকনে কিছু দিন প্ৰথমে কলিকতা হাইকোৰ্টত বেৰিষ্টাৰী কৰিছিল। সেই সময়ত কলিকতাত প্ৰেকৃটিছ কৰা উকীল, বেৰিষ্টাৰৰ কৃতকাৰ্য্যতা বেচিকৈ নিৰ্ভৰ কৰিছিল, বিশেষকৈ এটৰ্নী সকলৰ সাহায্যৰ ওপৰতহে। এই সময়তে এদিন দেশ পূজ্য কবি ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ সৈতে চিনাকি হৈ জীয়েকৰ লগত বিয়াৰ প্ৰস্তাৱ কৰিলেহি। বহুতো কথা বাৰ্ত্তাৰ পিছত ফুকনে শেহত তেওঁক বিনীত ভাৱেৰে জনালে যে, মই বেৰিষ্টাৰি সম্ভৱতঃ গোটেই জীৱন কলিকতাতে কটাব লাগিব। আপোনাৰ দৰে লোকৰ জোৱাই হোৱাটো অতি সৌভাগ্যৰ কথা। কিন্তু আপোনাৰ জোৱাই হৈ বঙ্গদেশত থাকিলে, মোক ইয়াত সকলোৱে ৰবি বাবুৰ জামাই বুলিহে চিনি পাব। পিছে মোৰ পিতৃ-পুৰুষৰো মোৰ দেশত অলপ নাম আছে। মই পিতৃ-পিতামহৰ সেই নাম হেৰুৱা এৰাব নোৱাৰো। কলিকতাৰ ডেকা বেৰিষ্টাৰ তৰুণৰামে কবি ৰবিন্দ্ৰনাথ ঠাকুৰৰ অতি মৰমৰ ছোৱালী এজনীৰ পাণি গ্ৰহণ কৰা প্ৰস্তাৱত সন্মতি দি তেখেতক কৃতাৰ্থ কৰিব নোৱাৰিলে। বহুতো অসমীয়া ডেকাই বিলাতলৈ গৈ অসমীয়া ছোৱালীক ঘিণ কৰি বিদেশী ছোৱালী বিয়া কৰাই দেখুৱা আৰ্হিৰ লগত যদি মযো যোগ দিও, তেন্তে অসমীয়া বাপেকে আৰু লৰাক উচ্চ শিক্ষালৈ নপঠাব, তৰুণ ফুকনে কলে। প্ৰায় কুকুৰি বছৰৰ পিছত আজি এই ভদ্ৰলোক জনৰ মনত পৰিব ফুলি অহা, স্বাস্থ্যৰ, চিত্তা কৰ্ষক অথচ দৃঢ় ব্যৱহাৰ প্ৰিয় দৰ্শন সেই ডেকা বেৰিষ্টাৰ জনলৈ। সেই সময়ত কলিকতীয়া প্ৰভাৱশীল বিবাহে একোখন ৰাজ্য জয় কৰিব বুলি বিশ্বাস আৰু প্ৰলোভন থকা স্বত্বেও এনে প্ৰস্তাৱক বিনীত ভাৱে প্ৰত্যাখ্যান কৰাত, যিবিলাকে ত্যাগ দেখিব নোখোজে তেওঁ লোকেও অন্ততঃ এই নীতি দেখা পাব। দেশৰ লৰা দেশলৈ উলটি অহা নীতি। বহুত ঠাইৰ পৰা ফুকনলৈ ছোৱালী বাচি লোভ দেখুৱা স্বত্বেও তেনে বহুত সুযোগ আৰু উন্নতিৰ

আশা প্ৰত্যাখ্যান কৰি নিজ দেশলৈ গৈ বিয়া কৰালেগৈ, যিহৰ কাৰণে হয়তো তেখেতে কলিকতাৰ বেৰিষ্টাৰিৰ উজ্জল ভৱিষ্যত বিসৰ্জ্জন দিব লগাত পৰিছিল। নিজৰ মত আৰু দৃঢ় মনোভাৱৰ কাৰণে এনে ত্যাগৰ জলন্ত উদাহৰণ ফুকনে জীৱনৰ প্ৰথম অৱস্থাতেই দেখুৱাই গৈছে।

অতি অলপ দিনৰ ভিতৰতে গুৱাহাটীতো তৰুণৰামে বেৰিষ্টাৰিত যথেষ্ট নাম-খ্যাতি আৰ্জ্জিলে গৈ। কিন্তু যেতিয়াই দেশৰ অৰ্থে ডাক পৰিল তেতিয়াই দেশৰ হকে নিজৰ সুখ, সম্পদ, উন্নতি, উজ্জল ভৱিষ্যত সকলো জলাঞ্জলি দি ইংৰাজী ১৯২১ চনৰ অসহযোগ আন্দোলনত নিজকে নিজে উছৰ্গা কৰি জাপ দি পৰিল আৰু জেলৰ মাজতো অতি কষ্টেৰে দিন কটাব লগীয়াত পৰিল। মহৎ কাৰ্য্যৰ কাৰণে ইয়ো এটা জলন্ত নিদৰ্শন।

সোৱোপা অসমীয়াৰ মাজত জাতীয় জাগৰণৰ ভাৱ সোঁত জগাবৰ উদ্দেশ্যেৰেই ভাৰতীয় কংগ্ৰেছ মহাসভাৰ বৈঠক হেন এনে এটা মহৎ আৰু শুনিলেই মন কোচ খোৱা প্ৰকাণ্ড আয়োজনৰ ভাৰ ফুকনেই কান্ধ পাতি লৈ অসমলৈ কংগ্ৰেছ মাতি আনি নিজৰ দৃঢ় সঙ্কল্প আৰু অসীম সাহসিকতাৰ, যি সাহসিকতা কেৱল ফুকন বুলিহে দেখুৱাই আগ বাঢ়িব পাৰিছিল আৰু জোৰতে গুৱাহাটীত পাতিলেহি। ফুকন নোহোৱা হলে অসমত কংগ্ৰেছৰ অধিবেশন কিজানি নহল হেতেনেই। কংগ্ৰেছৰ পৰা তেখেতৰ ব্যক্তিগত ভাৱে ক্ষতিগ্ৰস্থ বহুত হ'ল আৰু শেষত এনেহে হ'লগৈ যে কংগ্ৰেছৰ ধাৰত নিজৰ মাটি বাৰিও যাব লগা হ'ল। স্বদেশৰ এনে এটা গৌৰৱ-পূৰ্ণ কাৰ্য্যৰ অৰ্থে কৰা ত্যাগ তেখেতৰ জীৱনৰ আদৰ্শৰ আৰু এটি জলন্ত নিদৰ্শন। মহাত্মাজী, পণ্ডিত মতিলাল নেহৰু, চিত্তৰঞ্জন দাস আদি প্ৰধান প্ৰধান দেশ নেতা সকলে স্বদেশৰ কাৰণে যি মহৎ ত্যাগৰ আদৰ্শৰ চিনাকী দেশ বাসীক দেখাইছে, সেইদৰে দেশ নেতা তৰুণৰাম ফুকনেও অসমত স্বদেশ প্ৰেমৰ মহান ত্যাগ আদৰ্শৰ চানেকীৰ আৰ্হি দেখুৱাই থৈ গ'ল।



# অসমৰ নতুন ৰাষ্ট্ৰ নায়কত

তৰুণৰাম ফুকন অসমৰ প্ৰবীণতম কংগ্ৰেছ নেতা, অসমত কংগ্ৰেছ স্থাপন কৰ্ত্তা, অসমৰ ৰাষ্ট্ৰ নায়ক আৰু ভাৰত মাতৃৰ সুসন্তান আছিল। তেওঁৰ সেই বিৰাট সৌম্যমূৰ্ত্তি, সেই অতুলনীয় বাগ্মিতা, চুম্বক শক্তি সম্পৰ্ণ, সেই অসাধাৰণ ব্যক্তিত্ব, সাত শত্ৰুৰ হৃদয় জয় কৰা, সেই ৰসাল অমায়িকতা, জাতিৰ বিষম সঙ্কিক্ষণত দেশৰ কাৰণে সেই অসীম স্বাৰ্থ বলিদান, দেশবাসীয়ে কোন সতে পাহৰিব ? আজীৱন সুখ সম্পদৰ কোলাত লালিত পালিত, ৰজা জমিদাৰৰ আয়মত ডাঙৰ দীঘল হোৱা তৰুণ ফুকনে তৰুণ বয়সতে নিজৰ মেধাশক্তি আৰু প্ৰতিভাৰ চিনাকি দিছিল। কলিকতাৰ প্ৰেচিডেঞ্চি কলেজত পঢ়া অৱস্থাতে তৰ্ক সভা আদিত তেখেতৰ বাক শক্তিৰ পৰিচয় দিয়াৰ উপৰিও ইডেন হিন্দু হোষ্টেলত প্ৰতি বছৰে হোৱা বঙ্গ ভাষাৰ চতুৰ্দ্দশ পদী কবিতাৰ প্ৰতি যোগিতাত তেখেতে উচ্চস্থান অধিকাৰ কৰি, নানান প্ৰদেশৰ ছাত্ৰগুলীৰ মাজত সুখ্যাতি লাভ কৰিছিল। বিলাতত বঙ্গদেশৰ দেশপ্ৰিয় যতীন্দ্ৰ মোহন সেনগুপ্ত আদি সুপ্ৰসিদ্ধ লোকৰ সহপাঠী হৈ বেৰিষ্টাৰি পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা হাইকোৰ্টত বেৰিষ্টাৰি ব্যৱসায়ত তেখেতে বিপুল যশস্যা অৰ্জ্জন কৰিছিল। পুনৰ অসম আইৰ কোমল কোলালৈ ঘুৰি আহি অসমতে বেৰিষ্টাৰি কৰি সেই যশস্যা চন্দ্ৰৰ কলাৰ দৰে দিনক দিনে বাঢ়ি আহিবলৈ ধৰিলে। আজিলৈকে বেৰিষ্টাৰ স্বৰূপে অসমীয়াৰ ভিতৰত বিশেষ প্ৰতিপত্তি লাভ কৰিছে, একমাত্ৰ ফুকনেহে। যোন প্ৰথম আইনৰ কলেজ অসমত স্থাপিত হলত, তাৰ অধ্যাপক হৈ সুবিজ্ঞ সুনিপুণ অধ্যাপক বুলি তৰুণৰাম জনাজাত হ'ল। বাঘ হাতী চিকাৰত সিদ্ধহস্ত ফুকন ডাঙৰ ডাঙৰ ইংৰাজ, ভাৰতীয় বিষয়াদিৰ সংসৰ্গত আহি এৰ্জন সুদক্ষ, অসীম সাহসী চিকাৰী বুলি দেশ বিদেশত প্ৰখ্যাত হ'ল। বনৰীয়া

বাঘ, ঘোং, হাতী, গড় আদিৰ উপদ্ৰৱত গাৱলীয়া ৰাইজে ত্ৰাহি ত্ৰাহি কৰি ফুকনৰ আশ্ৰয় ললে আগবাঢ়ি গৈ হেলাৰঙে সেই হিংস্ৰ জন্তু বিলাক সংহাৰ কৰি আতুৰ গাৱলীয়া ৰায়তক ৰক্ষা কৰে তৰুণৰামে। দেশৰ অসমীয়া, বঙ্গালী ইংৰাজী আদিৰ মেগাজিন, আলোচনী আদি, বাতৰি কাকত বিলাকত বধ কৰা ভয়ঙ্কৰ হিংস্ৰ জন্তুৰ সৈতে ছবি ওলাই চিকাৰী তৰুণৰাম ফুকন পৃথিবীত জনাজাত হৈ গ'ল।

জগত সভাত দেশভক্ত তৰুণৰামে অসমক ওখ আসন দিলে। অসম দেশ ফুকনৰ দেশ বুলি জনাজাত হ'ল। বাঘ, হাতী চিকাৰত যেনেকৈ পৃথিবীৰ সুপ্ৰসিদ্ধ চিকাৰী সকলৰ শাৰীত ঠাই পালে, তেনেকৈ সকলো ক্ষেত্ৰতে প্ৰতিপত্তি লাভ কৰিব পৰা ভাৰতৰ আন আন বিশিষ্ট নেতা সকলৰ মনত সমানে শাৰী পুৱাব পৰা মেধাৱী, মনস্বী, প্ৰতিভাশালী জাকত জিলিকা সৰবৰাহী, বাগ্মী নেতা, মহানুভৱ পুৰুষ যে অসমত আছে, "যদিও নিজান অসম আকাশ জিলিকে ইয়াতো তৰা" এই কথাটো স্পষ্টকৈ প্ৰতিপন্ন কৰি দেখুৱালে দেশভক্ত তৰুণ ফুকনে। সেয়েহে সদৌ ভাৰতীয় ভালেমান প্ৰতিষ্ঠান, পৰিষদ, কমিশ্বন আদিৰ কাৰণে ৰজা আৰু ৰাইজৰ ঘৰৰ পৰা বাছি লৈছিল আমাৰ ফুকনক। ইংৰাজী ১৯২৬ চনৰ কংগ্ৰেছ মহাসভাৰ অধিবেশনত নিখিল ভাৰতীয় কংগ্ৰেছৰ কাৰ্য্যকৰী কমিটিৰ সদস্য পদৰ বাবে নিৰ্ব্বাচিত হৈছিল ফুকন। সেই সন্মান আজিলৈকে অসমৰ আন কাৰো ভাগ্যত পৰা নাই। নেহৰু ৰিপোৰ্ট কমিটিৰ সদস্য পদ অধিকাৰ কৰিছিল তৰুণ ফুকনে। দেশবন্ধু চিত্তৰঞ্জন দাস, পণ্ডিত মতিলাল নেহৰু, প্ৰমুখ্যে কংগ্ৰেছ নেতা সকলে গঠন কৰা স্বৰাজ্য দলৰ অন্যতম দলপতি আছিল ফুকন। স্বৰাজ্য দলৰ আৱশ্যকতা ভাৰতৰ ভিন ভিন প্ৰদেশত ফহিয়াই দেখুৱাবলৈ সহায় লৈছিল তৰুণৰামৰ। উৰিষ্যা সীমা নিৰ্দ্ধাৰণ কমিশ্বনৰ সদস্য ৰূপে গৱৰ্ণমেণ্টে মনোনীত কৰিছিল অসমৰ তৰুণৰামক। এবাৰ গুৱাহাটীৰ ওচৰত হোৱা হত্যাকাণ্ডৰ বিচাৰৰ কাৰণে



গঠিত হোৱা স্পেছিয়েল ট্ৰিবিউনেল'ৰ সভ্য আছিল ফুকন। অসমৰ বাহিৰেও বঙ্গ দেশৰ ডাঙৰ ডাঙৰ মোকৰ্দ্দমাত আইনৰ জটিল সমস্যা বিচাৰকক সুন্দৰকৈ বুজাই দিবৰ কাৰণে নিযুক্ত হৈছিল, বেৰিষ্টাৰ তৰুণ ফুকন। আমি অসমবাসীয়েও বুকু ডাঠ কৰি সকলো ক্ষেত্ৰতে আঙ্গুলিয়াই দিবলৈ, সগৌৰৱে আগবঢ়াই দিবলৈ পাইছিলো তৰুণৰাম ফুকনক। তেওঁ সততেই এইদৰে কৈছিল, "নিছলা অসম" "দুখুনি অসম" বুলি ইনাই বিনাই থকাটো আমাৰ জাতীয় দুৰ্ব্বলতা, হীন মনোবৃত্তিৰ চিন মাথোন। অতীতৰ বিপুল কীৰ্ত্তি-কলাপেৰে ভৰপূৰ, অলেখ নিঃস্বাৰ্থ দেশ কৰ্ম্মীৰে পৰিপূৰ্ণ অসম কিয় নিচলা, দুখীয়া হব। তৰুণ অসমলৈ তৰুণ ফুকনৰ বাণী আছিল, উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্নিবোধত। আমি যদি তেওঁৰ পবিত্ৰ স্মৃতিৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা দেখুৱাব খোজো, তেওঁৰ স্বদেশ প্ৰেম, স্বাৰ্থত্যাগ আৰু মহানুভৱতাৰ মহৎ আদৰ্শেৰে আমাৰ জীৱন গঢ়িব লাগিব। তেওঁৰ চিৰকাম্য পূৰ্ণ স্বৰাজৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰিবলৈ জাতীয় সংগ্ৰামলৈ আমাৰ শক্তি সামৰ্থ্যৰ বৰঙণি শোধাব লাগিব। স্বৰ্গৰ পৰা ফুকনৰ আত্মাই জন্ম ভূমিৰ সন্তান সকলৰ কাৰ্য্য কলাপ হেপাহেৰে নিৰীক্ষণ কৰি থাকিব, তেওঁৰ জীৱনৰ চানেকী আগত ৰাখি মাতৃ ভাষা আৰু মাতৃভূমিৰ নিঃস্বাৰ্থ আৰু একনিষ্ঠ সেৱা ব্ৰতত ব্ৰতী হলেহে তেওঁৰ আত্মাই শান্তি লাভ কৰিব।

সকলো দেশতে নেতা সকলৰ ভিতৰতো এক শ্ৰেণীৰ মানুহ পোৱা যায়, তেওঁ লোকে নিজৰ সৈতে মন নিমিলা মানুহক দেখিব নোৱাৰে। তেওঁ লোকে নিজৰ বিপক্ষ মতৰ মানুহৰ যুক্তি কান পাতি শুনা দূৰৰ কথা, তেনে মানুহক মানুহ বুলি গণ্য কৰিব নোখোজে। তৰুণৰামৰ স্বভাৱ কিন্তু বিপৰীত আছিল। তেওঁ বিপক্ষ জনক সন্মান কৰিছিল, আৰু বিপক্ষ জনক যুক্তি আৰু মত যথা যোগ্য ৰূপে বিবেচনা কৰি সদায় সুৰুচিৰ পৰিচয় দিছিল। তেওঁৰ এনে মহৎ স্বভাৱ আছিল যে, তেওঁৰে সৈতে কাজিয়া কৰিও মানুহে সুখ পাইছিল; কাৰণ কাজিয়া কৰিবলৈ হলেও

তেওঁৰ আচৰণত কেতিয়াও অন্যায় অযুগুত বা নীচ ভাৱৰ স্থান নাছিল। বিপক্ষৰ লগত বিপক্ষতা আচৰণ কৰোতেও, তেওঁৰ কাৰ্য্য কলাপত সদায় মহত্বহে পৰিলক্ষিত হৈছিল।

তৰুণ ফুকন যেতিয়া বিলাতৰ পৰা দেশলৈ ঘুৰি আহে, সেইবাৰ অসমত শেষ বাৰ বঙ্গ ভাষা চলোৱাৰ অহো পুৰুষাৰ্থ, পূৰ্ব্ববঙ্গ আৰু অসমক এক প্ৰদেশ কৰাৰ চেষ্টা, সেই বঙ্গৰ অঙ্গচ্ছেদ আন্দোলন আদিৰ সময়ত অসমৰ কি অৱস্থা আছিল আৰু উক্ত আন্দোলনকাৰী বিলাকৰ কি প্ৰতিক্ৰিয়া অসমত দেখা দিছিল, কেনেকৈ কংগ্ৰেছৰ পতাকা প্ৰথমে অসমত উৰিল, এই বিলাক নিশ্চয় বৰ আমোদ জনক প্ৰশ্ন আৰু এই বিলাকৰ উত্তৰতেই উক্ত সময়ৰ অসমৰ বুৰঞ্জী উদঘাটিত হব আৰু লগে লগে তেওঁৰ জীৱনীৰ সকলো কথা ওলাই পৰিব।

শিক্ষাত পাছপৰা, আত্ম বিশ্বাস হেৰোৱা, ৰাজনীতি ক্ষেত্ৰত পিছপৰা অসমক, কোনে কি পৰশ মনিৰে জগাই আজিৰ এই সুন্দৰ ৰূপে ৰাজনৈতিক চেতনা চঞ্চল একতাবদ্ধ, নৰা অসমত পৰিণত কৰিলে, কোন সেই ৰাষ্ট্ৰ নায়ক নেতা ? হয়তো এই আটাই বিলাক সম্পূৰ্ণৰূপে কোনো এজন ব্যক্তি বিশেষৰ কাৰণে দাবী কৰিব নোৱাৰি। ভাত হয়তো পাচোতা আঙ্গুলিৰে খায়, ঘৰৰ চাঁল হয়তো টোকোনা খুটাই বহন কৰে। কিন্তু এটা বুঢ়া আঙ্গুলিয়ে হেচুঁকিব লাগে আৰু অন্যটো মুধৰ খুটাই ভাৰ কেন্দ্ৰ ঠিক ৰাখিব লাগে। অসমত হাবি-বন কাটা কাম হয়তো আগতেই কিছু হৈছিল আৰু হয়তো বহুতো নীৰৱ ফুকনে এন্ধাৰত থাকিয়েই বুকুৰ তেজেৰে মাতৃপূজা কৰিছিল, দেশৰ লিখিত বুৰঞ্জীত হয়তো সিবিলাকৰ নাম নাথাকিব। আকৌ হয়তো ভাৰতৰ ক্ৰম বৰ্দ্ধমান জাতীয় চেতনাই অসম এনেয়ো স্পৰ্শ কৰিলে হেতেন বহুতো পিছত তাৰ উদ্দীপ পতাকা উৰুৱাই, কিন্তু অসমত এজন ফুকনৰ আৱশ্যক হৈছিল। সেয়েই ফুকনে ইয়াত, এখন আসন গ্ৰহণ কৰে আৰু সেখনেই শ্ৰেষ্ঠ আসন।



দেশত পাশ্চাত্য শিক্ষা বিস্তাৰৰ লগে লগে বহুতো লোকে আইন অধ্যায়ন কৰি দেশৰ অৱস্থা সম্পৰ্কে প্ৰকৃত কথা জানিব পাৰিছিল। বাৰ্কে কৈছিল যে, আমেৰিকাৰ যুক্ত ৰাষ্ট্ৰত আইন অধ্যয়নৰ বহুল বিস্তাৰ হোৱা বাবেই তাত গণ জাগৰণ ইমান সম্ভৱপৰ হৈছিল, যদিও ওকালতি ব্যৱসায়ক ইয়াৰ অপ প্ৰয়োগৰ বাবে গৰিহণা দিয়া হয়, তথাপি আইনৰ বহুল অধ্যয়নে ভাৰতীয় নৱ জাগৰণ বাবে দিয়া দানৰ প্ৰশংসা কৰিবই লাগিব। অসমতো নৰা শিক্ষিত সকলৰ সংখ্যা বাঢ়ি গৈছিল আৰু দেশৰ ৰাজনৈতিক অৱস্থাৰ আলোচনা হব ধৰিছিল। বেৰিষ্টাৰ তৰুণৰাম ফুকন আৰু এড্‌ভকেট কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ স্বভাৱতে কংগ্ৰেছলৈ ঢাল খালে। নবীনচন্দ্ৰই ইয়াৰ আগতে অসমক চিফ কমিশ্বনাৰৰ পৰা গৱৰ্ণৰৰ প্ৰদেশ কৰাইছিল। গতিকে উচ্চ বংশজাত উচ্চ শিক্ষিত, প্ৰসিদ্ধ আইন ব্যৱসায়ী স্বভাৱ নায়ক, আইন কলেজৰ অধ্যাপক তৰুণৰাম ফুকন আৰু অসমক গৱৰ্ণৰৰ প্ৰদেশ কৰি গৌৰৱৰ মুকুট শিৰ লোৱা নবীনচন্দ্ৰ বৰদলৈ যেতিয়া অসমৰ ৰাষ্ট্ৰনৈতিক আন্দোলনৰ বঠা হাতত লয়, তেতিয়া তেখেত সকলৰ নায়ক হবৰ বাবে সকলো অৱস্থাই সুপ্ৰসন্ন আছিল। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ নাম নোলোৱাকৈ তৰুণ ফুকনৰ কথা কব নোৱাৰি। যদিও এই দুই নায়কে একে গুৱাহাটীৰ উজান আৰু ফাচি বজাৰৰ দুজোপা বট গছৰ দৰে থাকিছিল, তথাপি তেখেত সকলৰ মাজত কোনো ঈৰ্ষা কিম্বা প্ৰতিদ্বন্দিতা নাছিল, এইটো সজ কথা যে, তৰুণৰামক সকলোৱে ঘৰৰ বৰ গৃহস্থ বুলি মানি লৈছিল, কিন্তু ইয়াৰ কাৰণে তেখেতৰ ত্যাগৰ প্ৰয়োজন নোলোৱাকৈ থকা নাছিল।

গুৱাহাটী কলেজিয়েট হাই স্কুলৰ শতবাৰ্ষিকী উৎসৱৰ সভাপতি হিচাবে দেশভক্ত ফুকনে ৰগৰ কৰি ছাত্ৰ সকলক উপদেশ দিছিল যে বেচিকৈ পঢ়ি স্বাস্থ্যলৈ আওকাণ কৰি শেষত জীৱনক ধিক্কাৰ দিয়াতকৈ মজলীয়া ধৰণে পঢ়ি অটুত স্বাস্থ্য ৰক্ষা কৰাই শ্ৰেয়ঃ। তেখেত নিজেই

হেনো বৰ ভাল ছাত্ৰ নাছিল, কিন্তু সেই সময়ত প্ৰতি যোগিতাৰ সংখ্যা কম আছিল বাবে তেখেতেও এটা বৃত্তি পাইছিল। বিলাতত বেৰিষ্টাৰি পঢ়াৰ সময়ত বঙ্গদেশৰ দেশপ্ৰিয় যতীন্দ্ৰমোহন সেন গুপ্ত তেখেতৰ সহপাঠী আছিল। ইয়াতে এইটো মন কৰিব লগীয়া যে, যতীন্দ্ৰমোহনৰ খেলা প্ৰিয়তা বিশেষকৈ ক্ৰিকেটত আৰু তৰুণ ফুকনৰ খেলা প্ৰিয়তা বিশেষকৈ বৰশী বোৱা আৰু চিকাৰত যেন দুই সহপাঠীৰ আৰু শেষত সহকৰ্ম্মীৰ যুটীয়া বিশেষত্ব আছিল। তাৰ উপৰি কলিকতালৈ যাওঁতে তাৰ পুখুৰি বিলাকত বৰশীৰে মাছ ধৰা কথা বহুতে জানে। পুখুৰীত ফুকনে বৰশীৰে ৰৌমাছ মাৰি কলিকতীয়া বন্ধু-বান্ধৱৰ ঘৰত বিলাই দিছিল। ৰাজনৈতিক আদৰ্শত অৱশ্যে দুয়ো একে আছিল বুলি ঠিক নহয়। অসম-বেঙ্গল এই দুই প্ৰদেশৰ ডাঙৰ ডাঙৰ পুখুৰি বিলাকত তৰুণ ফুকনে প্ৰকাণ্ড প্ৰকাণ্ড মাছ বৰশীৰে মাৰিছিল। তেখেতৰ হাতী চিকাৰৰ কথা দেশবাসীৰ মাজত উদাহৰণ স্বৰূপে চিৰকাল উজ্বল হৈ থাকিব। ইংৰাজী ১৯২৫ চনত পণ্ডিত মতিলাল নেহৰু আৰু দেশবন্ধু চিত্তৰঞ্জনৰ স্বৰাজ্য পাৰ্টিত ফুকনে যোগ দিছিল, যতীন্দ্ৰ মোহনে হলে যোগ দিয়া নাছিল।

কলিকতাৰ পৰা ঘুচি আহি, গুৱাহাটীত নিগাজিকৈ বহাৰ পিছত তৰুণৰাম ফুকনে দেশৰ নানাবিধ কামত যোগ দিছিল। কিন্তু সেই সময়ৰ কাম বিলাকত তেওঁৰ পূৰ্ণশক্তি বিকশিত হোৱা নাছিল আৰু সেই কাম বিলাকত তেওঁ মনপুতিও লগা নাছিল। সেই কালৰ তৰুণ ফুকন আছিল অতি আমোদপ্ৰিয়, বিলাসী প্ৰিয়, জনপ্ৰিয় সামাজিক যুৱক। ইংৰাজী ১৯২০ চনৰ পৰাহে তেওঁৰ প্ৰখৰ বুদ্ধি, আদৰ্শ, কাৰ্য্য-কুশলতা, অনুকৰণীয়, ঐকান্তিক আৰু সুযোগ্য নেতৃত্বই পূৰ্ণ ৰূপেৰে পৰি স্ফুটিত হবলৈ সুচল পালে। তেওঁ হঠাৎ এদিন কাউঞ্চিল সভ্য পদ ইস্তফা দিলে আৰু আন এদিন ল কলেজৰ লেকচাৰাৰ পদৰ পৰাও অৱসৰ ললে। তাৰ অলপ পিছতে মহাত্মাজীৰ অসহযোগ আন্দোলনত দেহে কেহে লাগি



পৰিল। তেতিয়াৰে পৰা মৃত্যুলৈকে তেওঁ দেশৰ হকে যি কৰিলে তাৰ পুনৰা বৃত্তিৰ প্ৰয়োজন নাই আৰু সকলোৰে সি জনা শুনা কথা।

অসহযোগ আন্দোলন লগাৰ পাচত ফুকনে এদিন এনেকৈ জন সাধাৰণৰ মাজত মন্তব্য প্ৰকাশ কৰিছিল যে পূৰ্ব্বে মই যিবিলাক কামত হাত দিছিলো, সেই বিলাক কাম মোৰ মনৰ জোখাৰে নাছিল, তাত মোৰ মন নবহিছিল আৰু সেই বাবেই মই তাত গা লাগি ধৰিব নোৱাৰিছিলো। কিন্তু সম্প্ৰতি এই অসহযোগ আন্দোলনৰ সুবহল কাৰ্য্য-ক্ষেত্ৰ পাই আৰু ইয়াত মোৰ মনৰ জোখাৰে কাম পাই, ইয়াত মই একনিষ্ঠ ভাৱেৰে লাগিব পাৰিছো। ই সম্পূৰ্ণ স্বৰূপ কথা। সৰু সৰা মাছে অলপ পানীতে নাচি বাগি ফুৰিব পাৰে, কিন্তু ৰৌ, বাহু মাছে মন মুকলিকৈ ফুৰিবলৈ অগাধ আৰু সবিস্তীৰ্ণ জল ৰাশিৰ প্ৰয়োজন, ইয়াক স্বীকাৰ নকৰি নোৱাৰি।

তৰুণ ফুকনৰ প্ৰত্যুৎপন্নমতি অসাধাৰণ বিধৰ আছিল। এসময়ত এবাৰ যোৰহাটৰ পৰা অসম কাউঞ্চিলৰ মেম্বৰ হবলৈ স্বৰ্গীয় ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা আৰু কংগ্ৰেছ প্ৰাৰ্থী ৺ৰোহীণী হাতী বৰুৱাৰ ভিতৰত দুৰ্ঘোৰ অৰিয়া অৰি লাগিছিল। এই বাবে যোৰহাটৰ কাকজান অঞ্চলত গাৱলীয়া প্ৰজাৰ এখন ডাঙৰ সভা হৈছিল। তাত ৰায় বাহাদুৰৰ পক্ষ সমৰ্থন কৰিবলৈ ভাৰত আৰু অসম ব্যৱস্থা পৰিষদৰ সদস্য শ্ৰীযুত হেৰম্ব প্ৰসাদ বৰুৱা ৰায় বাহাদুৰ আৰু হাতী বৰুৱাক সমৰ্থন কৰিবলৈ কংগ্ৰেছী তৰুণৰাম ফুকন উপস্থিত আছিল। তাত ৰায় বাহাদুৰ শ্ৰীযুত হেৰম্ব প্ৰসাদ বৰুৱাই ৰাইজক কলে বোলে, যোৱা বেলি নিৰ্ব্বাচনত আমাক কাউঞ্চিল নালাগে আৰু কোনেও ভোট নিদিব বুলি ফুকন ডাঙৰীয়াই গাৱে গাৱে বক্তৃতা দি ফুৰিছিল। এই বাৰ আকৌ তেখেতেই হাতী বৰুৱাক ভোট দিবলৈ ৰাইজক পৰামৰ্শ দিছেহি। ই কোনো মতেই যুক্তি যুক্ত কথা হোৱা নাই। ফুকনে এক মুহূৰ্ত্ততে নভবা নিচিন্তাকৈ হঠাৎ

উঠি হাঁহি মুখেৰে উত্তৰ দিলে বোলে; হয় সিবাৰ মাটি ডৰাৰ এফালেদি পানী বাগৰিছিল আৰু মই সেই ফালেই ভেটা দিছিলো। এই বাৰ অন্য ফালে পানী বোৱা দেখি, অন্য ফালে ভেটা দিছো। ই একো অযুক্তিৰ কথা নহয়, বৰং ইয়াকে নকৰা হলেহে অযুক্তিৰ কথা হলহেতেন। ফুকন ডাঙৰীয়াই এই সুন্দৰ আৰু স্থানোচিত উপমা গাৱলীয়া ৰাইজৰ মনে পিঠিয়ে খাই পৰিল।

অসম দেশৰ কংগ্ৰেছ আন্দোলন তৰুণ ফুকনৰ ওচৰত বিশেষ ৰূপে ধৰুৱা। অসমত কংগ্ৰেছী ভাৱৰ সোঁত বোৱালে তৰুণ ফুকনে, প্ৰধান নেতা হৈ কংগ্ৰেছৰ কাম চলালে তৰুণ ফুকনে, বিদেশী বৰ্জ্জণ শিকালে তৰুণ ফুকনে কংগ্ৰেছী দলৰ শক্তি বঢ়ালে তৰুণ ফুকনে আৰু কংগ্ৰেছৰ স্বাৰ্থত্যাগ নীতিৰ জ্বলন্ত উদাহৰণ দেখালে পোন প্ৰথমেই তৰুণ ফুকনে অসমলৈ কংগ্ৰেছ মহা-সভা অনালে তৰুণ ফুকনে আৰু সুচাৰুৰূপে সম্পন্ন কৰালে তৰুণ ফুকনৰ সুযোগ্য নেতৃত্ব আৰু অক্লান্ত পৰিশ্ৰমে। তৰুণ ফুকনেই ভাৰতীয় কংগ্ৰেছত অসম দেশৰ নাম জলালে। তেওঁৰ যত্নত হে কংগ্ৰেছৰ বিশিষ্ট নেতা সকলে অসম দেশৰ কথা জনা হ'ল। এই সূত্ৰেই তেওঁ লোক সকলো বিলাকৰে সৈতে তেওঁৰ বন্ধুতা হৈছিল আৰু এজন ভাৰত নেতা বুলি গণ্য হৈছিল। ঈশ্বৰে নকৰক, অসমত তেওঁৰ শাৰীৰ এজন সৰ্ব্ব ভাৰতত সুবিখ্যাত নেতা ওলাবলৈ বহু কাল লাগিব বুলি অনুমান হয়। অসমৰ কংগ্ৰেছ যুক্ত মন্ত্ৰী-সভা গঠন কাৰ্য্যত তৰুণ ফুকনে নথৈ পৰিশ্ৰম কৰিছিল আৰু তাৰ সুস্থিতাৰ অৰ্থে জীৱনৰ শেষ দিনালৈকে অহো প্ৰুকষাৰ্থ কৰিছিল। গতিকে এই কংগ্ৰেছ যুক্ত মন্ত্ৰী-সভাৰ আমোলতে তৰুণ ফুকনৰ অভিজ্ঞতা আৰু কাৰ্য্য-কুশলতাক কিবা বিশেষ দায়িত্ব-পূৰ্ণ দেশৰ কামত নিয়োগ হোৱা দেখা যাব বুলি অনেকে আশা কৰিছিল। সেয়ে হোৱা হলে এহাতে যেনেকৈ তৰুণ ফুকনৰ দেশ সেৱাৰ প্ৰতি সন্মান দেখুৱা হ'ল হেতেন আন হাতেও তেনেকৈয়ে তেওঁৰ সুদক্ষতাৰ গুণত দেশৰ অনেক উপকাৰ



হ'ব পাৰিলেহেতেন। কিন্তু যি কাৰণৰ বাবেই হওঁক, সেয়ে নহলগৈ, ই এক পৰিতাপৰ কথা। আমাৰ অসম দেশৰ তৰুণৰাম ফুকনে নিজৰ সুবুদ্ধি আৰু সুবিবেচনাৰ অনুশীলনৰ গুণত ভাৰতৰ অতি প্ৰসিদ্ধ নেতা সকলৰ দৰে খ্যাতি লাভ কৰিব পাৰিছিল আৰু সমাজত শীৰ্ষস্থান অধিকাৰ কৰি দেশৰ উপকাৰ সাধি গৈছে।

সংসাৰত দুবিধৰ মানুহ আছে। এবিধে নিজৰ দুখ বেজাৰৰ কথা আনৰ আগত তিলকে তাল কৰি কয়। দুখ-বেজাৰৰ কোনো কাৰণ নাথাকিলে মনেৰে গাঁথি লৈ হলেও দুখ কৰিবৰ সুযোগ উলিয়াব। ই বিধে মানুহৰ আগততো বেজাৰ কৰি নেদেখুৱায়েই, নিজৰ মনৰ ভিতৰতো দুখ বেজাৰক ঠাই নিদিয়ে। তেওঁলোকৰ মনেৰে দুখ বেজাৰ আনৰ আগত কোৱাটোতো লাজৰ কথাই, নিজৰ মনতো তাক থলি পুতিবলৈ দিয়াতো নিতান্ত দুৰ্ব্বলতা। পুৰুষালিৰ ওপৰত তেনে কামে কাপুৰুষতাৰ ছাঁ পেলায়। এই বিধৰ মহৎ পুৰুষ আছিল তৰুণৰাম ফুকন।

ফুকনে এদিন জন সাধাৰণৰ মাজত সুধিছিল যে, হাঁহিটো কি বস্তু হে? এই বিষয়ে কোনে কি উত্তৰ দিলে, তাৰ কোনো ঠিক নাই। তেখেতে সৰ্ব্ব সাধাৰণৰ মাজত এইদৰে কলে যে, হাঁহি আন একো নহয়, ই এটা বিকাশ আনন্দৰ বিকাশ। ঈশ্বৰ আনন্দময়, হাঁহিৰ মাজত তেওঁ প্ৰকাশ পায়। যদি জীৱনৰ সদব্যৱহাৰ কৰিব খোজা, হাঁহিবা আৰু হঁহুৱাবা। ফুকনে এনে সদব্যৱহাৰ কৰিছিল যি তেওঁৰ গুৰিত পোন্ধৰ বিশ মিনিট বহি আহিছে অথচ হঁহা নাই, সি নিশ্চয় জীৱনতে হঁহা নাই। যি তেওঁক হঁহা দেখা নাই, সি সংসাৰত বহুত বস্তু দেখা নাই।'

বহুতৰ ধাৰণা, নিতান্তই যদি হাঁহিব লগা হয়, নিঃশব্দে গোঁফৰ তলত হঁহাই ভদ্ৰলোকৰ কাম! নহলে গাম্ভীৰ্য্যৰ হানি ঘটে, মৰ্যাদাৰ লাঘৱ হয়। ঢেক ঢেককৈ হাঁহা যদি শুনিবলৈ অশুৱলা হয়, হাঃ হাঃ কৰি যদি হাঁহা, মুখৰ সৌন্দৰ্য্য নাথাকিব। গতিকে হয় নাহাঁহিবা, নহয়

নীৰৱে মিচিকিয়াবা। ফুকন ডাঙৰীয়া ভদ্ৰলোক আছিল, গাম্ভীৰ্য্যত ঘৰৰ সমুখৰ ব্ৰহ্মপুত্ৰৰ নিচিনা। মৰ্য্যদা বোধো উলামূলা নাছিল। তথাপি অসম ছাত্ৰ সন্মিলনৰ দৰে বিৰাট সভাৰ সভাপতিৰ আসনত বহি তেওঁৰ থৰ পৰা হাঁহিয়েই সমবেত উপস্থিতি ভদ্ৰমণ্ডলিক চমক লগাই দিছিল। হাঁহিৰ মোল তেওঁ বুজিছিল, সেই দেখি প্ৰাণ ভৰি হাঁহি তাৰ সদব্যৱহাৰ কৰিছিল।

সুখৰ দিনত দুখৰ কথা মনলৈ ননাকৈ থাকিব পাৰি। সময়তে ইহাও একো টান কথা নহয়। যি জনে জঞ্জাল বিপদৰ বা মৰলীৰ সোঁমাজত থাকি নিজেও হাঁহি মুখলৈ দহ জনৰ মুখতো পূৰ্ণিমাৰ জোনাক জিলিকাব পাৰে, তেওঁৱেই আনন্দময়।

ইংৰাজী ১৯৩০ চনৰ কথা। দেশৰ ইমুৰৰ পৰা সিমুৰলৈকে তেতিয়া আইন অমান্যৰ খলকনি লাগিছে। ফুকন নানা কাৰণত দেখা দেখিকৈ সেই যুদ্ধৰ সেনাদলৰ মাজত নাই। গাৱঁৰ মাজ সোমালে ৰাইজে বতৰা সোধে, এইবাৰ ফুকন নাই কেলৈ! সভা পতা হয়, ফুকন নাহে শুনিলে মানুহ গোট নাখায়, খালেও ভাঙিবলৈ ধৰে। আহিব বুলি কলেই ৰাইজে হিলদল ভাঙে। স্বেচ্ছা সেৱক সকলে গাৱেঁ গাৱেঁ ফুকন ওলোৱা নাই কিয়, তাৰ কৈফিয়ৎ দিব লাগে। উপাই নাপাই কেইজন মান স্বেচ্ছা সেৱকে এঠাইত এখন সভাৰ যো-জা কৰি ফুকনৰ কাষ চাপিলহি ঘৰত তেতিয়া তেওঁৰ তিৰুহৰ জালি যেন সাদৰি জীয়েক নৰিয়া পাটিত। দিনে দিনে কৃষ্ণ পক্ষৰ জোনটিৰ দৰে নিঃশেষ হৈ আহিছে। দেশৰ দহ জনৰ মাজত মুৰ জিলিকাই উজ্জ্বল ভৱিষ্যতলৈ উঠি অহা বৰ জোৱায়েক লক্ষীধৰ শৰ্মাই ক্ষয় ৰোগত ভুগা হিয়ালৈ দিহিঙে দিপাঙে ঘুৰি ফুৰিছে। এনে অৱস্থাতো তেওঁক আজুৰিবলৈ খোজাত কিজানি অলপ আমনি পাইছিল। তথাপি উৎসাহ আৰু দেশ ভক্তিৰ ভৰা মূৰ্ত্তি হেন সেই ডেকা কেইজনক বিফল মনেৰে ঘুৰাই নপঠিয়ালে। কলে যে "মোৰাৰ কিবা



এটা ভাল দিহা কৰিবা"। সভাৰ দিনা আনিবলৈ যাওঁতেও মুখ খন অলপ গম্ভীৰ। বাটত যাওঁতে পলাশবাৰি হাটৰ পৰা বেমাৰীৰ কাৰণে কাৰেঁ মাছ কিনি মটৰত ভৰাই ললে। কিন্তু সভাত গৈ তেওঁৰ স্বভাৱসিদ্ধ তপস্বিতা আৰু হাস্য ৰসৰ মাজেদি একোবাৰ হাঁহিৰ গিৰ্জনি তুলিছিল। উভতি আহোতে স্বেচ্ছা সেৱক সকলে সমস্বৰে জাতীয় গান গাওঁতে তেওঁ লগত সমানে যোগ দিছিল, টিনৰ 'বডি' থকা বাছৰ গাত ঢকিয়াই তাল ৰাখিছিল, ফুকন এনেকুৱাই আছিল। আন এদিনৰ কথা। ইংৰাজী ১৯৩৪ চনৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্ব্বাচনৰ সময়ৰ জিৰণি নথকা দিন বিলাকৰে এটা। এঠাইত ভোট সংগ্ৰহ কৰিবলৈ ঘুৰি আহোঁতে অসম বেঙ্গল ৰেলৰ আওহটীয়া ষ্টেচন এটাত তিনি ঘণ্টামান ৰব লগা হ'ল। ফুকন আৰু লগত দুজন। তেতিয়া সন্ধিয়া লাগি ভাগিছে। শুক্ল পক্ষৰ ফৰিং ফুটা জোনাক। ষ্টেচনৰ প্লেটফৰ্মতে পাটী পাৰি লৈ বঙালী বাবু কেইজন মান হাৰমোনিয়ম এটা বজাই আমোদ কৰিছিল। ফুকন অহাৰ লগে লগে কাঁহ পৰি জীণ গ'ল। গোটেইখন ঠাই নিমাওমাও হৈ পৰিল। কিছুমান সময় ইফাল সিফাল কৰি আমনি লাগিছিল। এনেতে ফুকনে গহীনকৈ মাত লগালে যে এওঁলোকে অলপ সকাহ পাই আমোদ কৰিছিল, মই অহা দেখি বন্ধও কৰিলে। কথাটো বেয়া হল। ঈশ্বৰে সুযোগ মিলাই দিলে। বঙালী বাবু কেইজনৰ মাজত তুমুল তৰ্ক হ'ল, মন্ত্ৰ শক্তি আছেনে নাই, ফুকনৰ কাণত পৰিল। লাহে লাহে ওচৰ চাপি আহি তেওঁলোকৰ কাষ পালেগৈ। আটাই কেউজনে সসম্ভ্ৰমে থিয় হ'ল। ফুকনে গাত ললে মন্ত্ৰশক্তি বিশ্বাস কৰাই দিব। কিন্তু পৰীক্ষা কাক লৈ কৰিব? এজনো এতিয়া আগ নাবাঢ়ে। ফুকন অতিশয় গম্ভিৰ হৈ পৰিল। বাবু কেইজনৰ ইজনে সিজনৰ মুখলৈ চাবলৈ ধৰিলে। শেহত এজন চুচুক চামাককৈ আগ বাঢ়ি আহিল। ফুকনে সেই বাবু জনক জিৰণি ঘৰলৈ অকলে মাতি নিলে। বলি দিবলৈ নিয়া পঠাৰ

নিচিনা যাও নাযাওকৈ গ'ল হয়, কিন্তু কোঠাৰ ভিতৰ পায়েই মুখ খন কেহেৰাজ বটা যেন হ'ল। ফুকনে সুধিলে "মন্ত্ৰশক্তি" দেখুৱাম আপোনাৰ সংসাৰত কিহৰ দুখ, কি আপত্তি কৰিব লগীয়া আছে ? কিন্তু সঁচা কব। বাবুজনে সেমেনা সেমেনিকৈ সৰল ভাৱে উত্তৰ দিলে, তেওঁৰ ঘৈণী অত্যন্ত দন্দুৰী আৰু খঙাল। তেওঁক কেনেকৈ বশ কৰা যায়। ফুকন আৰু গম্ভীৰ হ'ল, আৰু অলপ ওচৰ চাপি কলে যে, আপোনাৰ ঘৈণীৰ যেতিয়া খং উঠিব আৰু তৰ্ব্বাকা বুলিব তেতিয়া আঠু কাঢ়ি লৈ এই মন্ত্ৰ আষাৰ গাই দিব। চাব যদি দহ দিনৰ ভিতৰত আপোনাৰ ঘৈণীয়ে এই ব্যৱহাৰ এৰি নিদিয়ে। মন্ত্ৰ আষাৰ মাতি দিয়া মাত্ৰেই দেশ কালৰ জ্ঞান পাহৰি সকলোৱে গিৰ্জ্জনি মাৰি হাঁহি দিলে। বাবুজনৰ মুখলৈ এটুপি তেজ উঠিল। মন্ত্ৰ আষাৰ আছিল এইঃ—"দেহি পদপল্লৱ মুদাৰম্"। ফুকন ঘৰ পোৱাৰ কিছুদিনৰ পিছত এবাকচ চাহ পাইছিল। সেই বাবুজন আছিল চাহ বাগানৰ ডাক্তৰ, তেওঁ মন্ত্ৰৰ গুণ পাইছিল। সেই দিনা যি ঠাইত ভোট বিচাৰি গৈছিল, তাত ফুকনে শতকৰা ত্ৰিশতা ভোট পোৱাৰো আশা পাই অহা নাছিল, কিন্তু তেখেত আছিল আনন্দময়। ফুকন আছিল নামে গামে "তৰুণ"। তেওঁ নিজক কাহানিও বুঢ়া হলো বুলি ভবা নাছিল। ৬০ বছৰীয়া তৰুণে ২৫ বছৰীয়া তৰুণৰ লগত পাঞ্জা খেলে। ২৫ বছৰীয়া তৰুণ ঘামি যায়। এই যে সদায় অন্তৰৰ তাৰুণ্য বজাই ৰাখিছিল, এয়েই তেওঁক প্ৰেৰণা দিছিল, আনন্দময় হবলৈ। এডাল দুডাল ডাঢ়ি-চুলি পকিলেই আমাৰ সমাজৰ সৰহ ভাগেই বংশৰ দোহাই দিয়ে ডেকা সমাজৰ পৰা নিজক আতঁৰাই ৰাখে। অতিপাত গম্ভীৰ মূৰ্ত্তি ধৰি উঠি অহা হাঁহিও সামৰি থয়। কিন্তু তৰুণৰাম তেনে নাছিল। তেওঁ ডেকাৰ লগত মিচিকিয়াইছিল আৰু বুঢ়াৰ লগতো কুহুৰ কুহুৰ কৰিছিল। আদহীয়া ফুকনে চেঙেলীয়া লৰাৰ লগত ব্ৰহ্মপুত্ৰ নদত ধুগা বলৈ গৈ সাঁতোৰ মেলে। চফল ডেকাৰ লগত আঁৰি মাৰি হাতত



বন্দুক লৈ অগাধ অৰণ্যত সোমায়। হৃদয়ৰ এই চিৰ নবীনতাই তেওঁক দিছিল "আনন্দম্"। অসহযোগ আন্দোলনৰ কৰ্ম্মবীৰ সৰ্ব্বত্যাগী বলদৃপ্ত ফুকনৰ সিংহ গৰ্জ্জনলৈ চাই কোনে, কব যে সেইজন পুৰুষেই এজন প্ৰকৃত ৰসিক ? তেওঁৰ কুমাৰ সম্ভৱ মেঘদূতৰ শ্লোক আওৰাব, কীৰ্ত্তন দশমৰ পদ মাতিব, ৰমিও জুলিয়েটৰ আবৃত্তি কৰিও শুনাব। সুবিধা পালে নতুন ডেকা-গাভৰুৰ লগত ঠাট্টা তামচাও কৰিবলৈ নেৰে। বিদেশৰ পৰা শহুৰৰ ঘৰত থকা তিনিদিন হোৱা স্বত্বেও দেখা নাপাই, তেওঁৰ এজন ন জোৱাইক সুধিছিল "কিহে দেখাই পাবলৈ নাই," কি হৈছে ? "কণ্ঠাশ্লেষ প্ৰনয়িণীজনে নহয়" ? জোৱাই জনে উত্তৰ দিছিল যে একো অসম্ভৱ নহয়, কাৰণ ইমান দিন যে মই "দূৰ বন্ধুৰ্গতোহহং" হৈ আছিলোঁ। জোৱাইৰ উত্তৰত তেওঁ বৰ আনন্দ পাইছিল। সেইদিনা ফুকনে কৈছিল, অৱশ্য ধেমালিত ঈশ্বৰ ৰসো বৈ সঃ। ৰসৰ ভিতৰত আদি হৈছে শৃঙ্গাৰ। ৰস মানে আনন্দম্। তেনেহলে শৃঙ্গাৰ ৰসতে আনন্দম্ পোৱা যায়। এসময়ত স্বাধীনতা যুদ্ধৰ প্ৰধান সেনাপতিৰ মুখত এনেবিলাক কথা শুনি নজনা জনে অলপ আচৰিত হব। কিন্তু আচৰিত হবলগীয়া একো নাই। মানুহৰ জীৱনত যে এটা লঘু কাল আছে আৰু সেয়েই যে জীৱনটো ধাৰণ কৰিব লগীয়া কৰি ৰাখে ফুকনে সেই কথাৰ সন্ধান পাইছিল আৰু পাইছিল বুলিয়েই তেওঁ আছিল আনন্দময়। তেওঁৰ পাৰিৱাৰিক জীৱনৰ শেহছোৱা বিয়োগময়। সামাজিক জীৱনো একো নদন-বদন নাছিল। ৰাজনৈতিক ক্ষেত্ৰত অনাদৰ, অৱহেলা আৰু পৰাজয় জৰ্জ্জৰিত। অৰ্থ সম্পৰ্কেও চিন্তাশূন্য নাছিল। তথাপি আনন্দমনেৰে থাকিবলৈ প্ৰেৰণা পাইছিল ক'ৰ পৰা ? ইয়াৰ উত্তৰত এদিন ফুকনে লোকৰ আগত এইদৰে কৈছিল "পৰৰ দুখ" পতিয়াবলৈ শিকা, নিজৰ দুখ আপুনি উৰঁলি যাব। পৰৰ দুখ পতিয়াবলৈ গাঠিৰ ধন ভাঙিব নালাগে, কেৱল মনতে ৰিজণি কৰিবা। তোমাৰ এশ টকা লোকচান হৈছে, হাজাৰ টকা লোকচান

হোৱা জনৰ কথা ভাবা, তোমাৰ এশৰ দুখ পাতলিব। তোমাৰ এজন পুতেৰ মৰিছে, নিৰ্ব্বংশ হোৱা জনৰ কথা ভাবা, তোমাৰ শোক লঘু হব। ফুকনৰ "আনন্দম্" কাহীনিৰ গুৰি কথা, পৰৰ দুখ পতিয়াবলৈ শিকা নিজৰ দুখ আপুনি উৰলি যাব।

## ভাৰত মন্ত্ৰীৰ শুভাগমণত আৰু মণ্টেগু-চেমচ ফোৰ্ডৰ ডেপুটেশ্যনত তৰুণ ফুকন

ইংৰাজী ১৯১৭ চনৰ অন্তত, পোন প্ৰথম অসম কাউঞ্চিলৰ চাৰি বছৰ ছয়মহীয়া আয়ুৰ অন্ত পৰাৰ লগে লগেই ভাৰতবৰ্ষ নামনি মিতকৈ স্বায়ত্ত শাসনৰ সৰ্ত্ত দান কৰাৰ প্ৰস্তাৱনালৈ. বিলাতৰ পৰা চেক্ৰেটৰী অব ষ্টেট ফৰ ইণ্ডিয়া অৰ্থাৎ ভাৰত মন্ত্ৰী মহামান্য মণ্টেগু চাহাব ভাৰতবৰ্ষত উপস্থিত হয়হি। সেই সময়ত লৰ্ড চেমচ ফোৰ্ড ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনাৰেল। ভাৰতীয় প্ৰাদেশিক গৱৰ্ণমেণ্ট বিলাকত নানান হৈ চৈ লাগি গ'ল। প্ৰত্যেক প্ৰদেশৰ অগ্ৰগন্য প্ৰতিনিধি দেশ নেতা সকলৰ সাক্ষ্য গ্ৰহণ কৰিবলৈ বিৰাট ব্যৱস্থা কৰা হ'ল। সেই আলমতে অসম প্ৰদেশৰ দুয়ো উপত্যকাৰ চৈধ্যজন বাছক বনিয়া লোকেৰে গঠিত দুটা ডেপুটেশ্যনে কলিকতা কেন্দ্ৰত গৱৰ্ণৰ জেনাৰেল'ৰ ৰাজ ভৱনত, সাক্ষ্য দিয়াটো স্থিৰ হ'ল। সেই ডেপুটেশ্যনত প্ৰত্যেক উপত্যকাৰ পৰা সাত জনকৈ প্ৰতিনিধি নেতা নিৰ্ব্বাচিত হৈছিল। অসম উপত্যকাৰ তৰফে অসম এচোচিয়েচনৰ জৰিয়তে এই সাত জন অসমীয়াক গৱৰ্ণমেণ্টে মনোনীত কৰি পঠায়। তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, ঘণশ্যাম বৰুৱা, প্ৰসন্ন কুমাৰ বৰুৱা, পদ্ম নাথ গোহাঞি বৰুৱা, গঙ্গাগোবিন্দ ফুকন, চন্দ্ৰ ধৰ বৰুৱা। চুৰমা উপত্যকাৰ তৰফে কামিনি কুমাৰ চন্দ্ৰ প্ৰমুখ্য সাত জন প্ৰতিনিধি। ইংৰাজী ১৯১৭ চনৰ ডিচেম্বৰ মাহৰ তৃতীয় সপ্তাহত আটাইটি প্ৰতিনিধি কলিকতা চহৰত



ঠায়ে ঠায়ে থিত ললে গৈ। ঘণশ্যাম বৰুৱা আৰু পদ্ম নাথ গোহাঞি বৰুৱাই অসমৰ প্ৰখ্যাত দাস কোম্পানীৰ গৰাকীৰ নিজা ঘৰত আলহী হ'ল গৈ, তৰুণ ফুকন গ্ৰেট ইষ্টাৰ্ণ হোটেলত, আৰু গঙ্গাগোবিন্দ ফুকন প্ৰমুখ্যে আন কেজন হিন্দু আশ্ৰমত থিত ললে গৈ। পিছ দিনা অৰ্থাৎ দ্বিতীয় দিনা দুপৰীয়া দুয়ো উপত্যকাৰ ডেপুটেশ্যন দুটা গৱৰ্ণৰ জেনাৰেল'ৰ বাস কৰা, গৱৰ্ণমেণ্ট হাউছত উপস্থিত হ'ল গৈ। তাতে ভাৰত মন্ত্ৰী মণ্টেগু গৱৰ্ণৰ জেনাৰেল'ৰ আলহীৰূপে বৈছিল। গৱৰ্ণমেণ্টৰ হোম চেক্ৰেটৰী চাহাবে আগবাঢ়ি আহি অসমৰ প্ৰতিনিধি কেই জনক আদৰি নি, এটা বিচক্ষণীয়া সুসজ্জিত খোটালিত আৰ্থে বেথে বহুৱাই লৈ, গৱৰ্ণৰ জেনাৰেল আৰু চেক্ৰেটৰী অব্ ষ্টেট ফৰ ইণ্ডিয়াৰ ওচৰ ভেটাওতে প্ৰতিনিধিয়ে কেনে ধৰণৰ আচৰণ আচৰিব লাগিব, সেই বিষয় আগলি মন্ত্ৰেৰে লাগতিয়াল উপদেশ দি থলে। তাৰ পিছত প্ৰায় আধা ঘণ্টা মান অসমৰ প্ৰতিনিধিক নিজ নিজ ডেপুটেশ্যন বিষয়ে পুনৰা বৃত্তি কৰি সষ্টম হৈ থাকিবলৈ সময় দি, চেক্ৰেটৰী চাহাব চাং কৰে আতঁৰ হ'ল। সেই আধা ঘণ্টাৰ পিছত চেক্ৰেটৰী চাহাবে ঘুৰি আহি, প্ৰতিনিধিক আগ বঢ়াই নি, সিংহাসন পতা কোঠালিত দুয়ো ডেপুটেশ্যন ভাগে ভাগে নিৰ্দ্ধাৰিত আসন বহুৱাই থৈ চাং কৰে আকৌ আতঁৰ হ'ল। প্ৰতিনিধিয়ে আসন লোৱাৰ পাচ মিনিট মান পিছত, এজন ৰমক জমক সাজেৰে সুসজ্জিত ইংৰাজ ৰাজ পৰিষদ গহীণ গম্ভীৰ ভাবে এখুজি দুখুজি কৈ ধীৰে শাতে সিংহাসনৰ কাষলৈকে চাপি আহি প্ৰতিনিধিক গা দেখা দি, আকৌ নীৰৱে নিশব্দে উলটি গ'ল গৈ। তাৰ পিছত দৰ্শন পালে, দুজন সমনীয়া ইংৰাজ ৰাজ পুৰুষ সাধাৰণ সাজ-পোষাকেৰে অগা-পাছাকৈ, মৰাল খোজেৰে, পাতি থোৱা সিংহাসন আৰু মন্ত্ৰীৰ আসনলৈ পোনাই আহিব লাগিছে, আগৰ জন ৰাজ প্ৰতিনিধি ভাৰতবৰ্ষৰ ভাইচৰয় গৱৰ্ণৰ জেনাৰেল লৰ্ড চেমচ ফোৰ্ড আৰু

পাছৰ জন বিলাতত থকা ভাৰত মন্ত্ৰী চেক্রেটৰী অৱ্ ষ্টেট ফৰ ইণ্ডিয়া মহামান্য মণ্টেগু চাহাব। গৱৰ্ণৰ জেনাৰেল সিংহাসনত আৰু ভাৰত মন্ত্ৰী, সিংহাসনৰ বাবে মন্ত্ৰী আসনত উপবিষ্ট হ'লহি। সিবিলাকৰ লগে লগেই প্ৰতিনিধি দুয়ো ডেপুটেশ্যনৰ সকলোটিয়ে আসন এৰি থিয় হৈ সন্মান জ্ঞাপন কৰিলে। আৰু সিবিলাক উপবিষ্ট হোৱাৰ লগে লগেই প্ৰতিনিধি সকলে পুনৰপি আসন ললে। ক্ষতেক মান ডেপুটেশ্যন দুটা নীৰৱে নিৰক্ষণ কৰাৰ পিছত দুয়ো জনা ৰাজ পুৰুষে সিংহাসন আৰু মন্ত্ৰী আসন এৰি নামি আহি প্ৰতিনিধি সকলৰ সন্মুখত থিয় দিয়াত হোম চেক্রেটৰী চাহাবে প্ৰথমতে অসম উপত্যকাৰ আৰু দ্বিতীয়তে চুৰমা উপত্যকাৰ ডেপুটেশ্যনক একালৰ এজন এজনকৈ ভেটাই দিয়া মতে পোনেই গৱৰ্ণৰ জেনাৰেল আৰু তেখেতৰ পিছতে ভাৰত মন্ত্ৰীয়ে হাঁহি মুখে হাতে হাত ধৰি দুই চাৰি কথাৰে সাদৰ সম্ভাষণ জ্ঞাপন কৰিলে।

তাৰ পিছত ৰাজপ্ৰতিনিধি আৰু ৰাজমন্ত্ৰী দুয়ো সিংহাসন আৰু মন্ত্ৰী আসনত পুনৰপি উপবিষ্ট হোৱাত, গবৰ্ণৰ জেনেৰেলে ৰাজপ্ৰতিনিধিৰ অনুজ্ঞা অনুসৰি, ভাৰত মন্ত্ৰীয়ে দুয়ো ডেপুটেশ্যনৰ দুখন মেমোৰেণ্ডাম পত্ৰ গ্ৰহণ কৰে। অসম উপত্যকাৰ মেমোৰেণ্ডাম খন স্বৰ্গীয় ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা আৰু চুৰমা উপত্যকাৰ খন শ্ৰীযুত কামিনি কুমাৰ চন্দই পাঠ কৰিছিল। শুনাৰ পিছত ৰাজপ্ৰতিনিধি গবৰ্ণৰ জেনেৰেলৰ অনুমতি অনুসৰি, ভাৰত মন্ত্ৰী মহামান্য মণ্টেগু চাহাব মহোদয়ে ৰাজমন্ত্ৰীৰ সুৰেৰে দুয়ো ডেপুটেশ্যনক যুটীয়াকৈ উদ্দেশ কৰি, এটি চমু বক্তৃতাৰে কিছুমান আশ্বাসপূৰ্ণ প্ৰতিশ্ৰুতিৰে সৈতে সমিধান দিয়াৰ পিছত, দুয়ো গৰাকী ৰাজপুৰুষে আসন আৰু সিংহাসনৰ পৰা নামি আহি দুয়ো ডেপুটেশ্যনৰ প্ৰত্যেক প্ৰতিনিধিক পুনৰপি হস্ত মৰ্দ্দনেৰে বিদায় দিয় লোৱা কৰি ভিতৰমুৱা হৈ প্ৰস্থান কৰিলে। সেই থুপ খোৱা



জন মণ্ডলিৰ মাজত প্ৰতিনিধিৰ জাকত জিলিকা সিংহ পুৰুষ তৰুণৰাম ডেকা ফুকনেই সৰাতকৈ ল'নি পুৰুষ আছিল। ডেপুটেশ্যন লোৱা হৈ যোৱা পিছত, পিছ দিনা আবেলি গৱৰ্ণৰ জেনাৰেল বাস কৰা ৰাজ ভৱনৰ টোলত, ভাৰত মন্ত্ৰী মণ্টেগু চাহাব মহোদয়ৰ সন্মানত আৰু প্ৰাদেশিক ডেপুটেশ্যন বিলাকক বিদায় সম্ভাষণ জনাবৰ অৰ্থে এখন বিৰাট ধৰণৰ চাহ খোৱা মেল পতা হৈছিল। সেই মেলৰ মাজত লৰ্ড চেমচ ফোৰ্ড আৰু মহামান্য মণ্টেগু চাহাবে অভ্যাগত সদৌ সমজুৱাৰ মাজত সমনীয়া বন্ধু ভাৱে টহলি সদালাপ কৰি ফুৰিছিল আৰু সিবিলাকৰ লগৰীয়াৰূপে ভাৰতৰ সিংহ পুৰুষ বঙ্গদেশৰ লৰ্ড সিংহ সতায় প্ৰসন্ন সিথিনি পৰত বিশিষ্ট ভাৱে জিলিকিছিল। ৰাজভৱনত চাহখোৱা মেলত গবৰ্ণৰ জেনেৰেল আৰু ভাৰত মন্ত্ৰীৰ ওচৰত বিদায় লোৱাৰ পিছত অসম উপত্যকাৰ প্ৰতিনিধি কেজনে সন্ধিয়া বেলিকা মেছাৰ্ছ বোৰ্ণ এণ্ড ছেফাৰ্ডছ নামেৰে ফটো গ্ৰাফাৰ কোম্পানীৰ দোকানলৈ গৈ ডেপুটেশ্যনৰ এখন ফটো তুলিলে। শেহৰ দিনা তৰুণৰাম ফুকনে ইষ্টাৰ্ণ হোটেলত অসম উপত্যকাৰ প্ৰতিনিধি কেজনক নিমন্ত্ৰণ কৰি সুন্দৰ ৰূপে আলহী সংকাৰ কৰিলে। এই বিষয়ত প্ৰতিনিধি কেজনে তৰুণ ফুকনক অশেষ ধন্যবাদ জ্ঞান কৰে আৰু তেখেতৰ গৌৰৱ কামনা কৰে।

## কংগ্ৰেছ মহা সভাৰ সোণালী জয়ন্তীত তৰুণ ফুকন

ইংৰাজী ১৮৮৫ চনত ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ জন্ম হয় আৰু ১৯৩৫ চনত এই মহানুষ্ঠানৰ পঞ্চাশ বছৰ পূৰ হয়। পঞ্চাশ বছৰীয়া কংগ্ৰেছ মহাসভাক সন্মানিত কৰিবৰ নিমিত্তে এই মহানুষ্ঠানৰ প্ৰধান অধ্যক্ষৰ আদেশত ভাৰতৰ সকলো প্ৰদেশতে কংগ্ৰেছৰ সোণালী জয়ন্তী হয়। সদৌ অসমবাসীয়ে কংগ্ৰেছৰ সোণালী জুবিলতি অসমত

কংগ্ৰেছ প্ৰতিষ্ঠাপক তৰুণৰাম ফুকনক গৌৰৱৰ আসনত সভাপতিৰ বাব অৰ্পন কৰে। গুৱাহাটীৰ কংগ্ৰেছ সোণালী জয়ন্তীৰ মহোৎসৱৰ সভাপতিৰ আসনত তৰুণ ফুকনে সবল হৃদয়ে এই সমবেত ৰাইজক সুন্দৰ ভাবাৰে কৈছিল যে, এই ক্ষুদ্ৰ অনুষ্ঠানটিক অভিনন্দন কৰিবলৈ আমি আজি গোট খাইছোঁ। ক্ষুদ্ৰ বুলিছো আমাৰ ক্ষুদ্ৰ আয়োজনলৈ চাই, নহলে কংগ্ৰেছতকৈ ডাঙৰ অনুষ্ঠান আজি ভাৰতত নাই এই কথা বুকু ডাঠি কব পাৰি। আজি ভাৰত দেশ বিদেশে পৰিচিত এই অনুষ্ঠানৰ জৰীয়তে, ধন-সম্পদৰ গৌৰৱত নহয়। আজিৰ ভাৰতবাসীৰ শক্তিৰ পৰিচয় পাইছে, এই ৰাষ্ট্ৰীয় সঙ্ঘৰ আত্ম প্ৰতিষ্ঠাৰ প্ৰাণপণ প্ৰচেষ্টাত জনবলত নহয়। আজি ভাৰতবাসীৰ প্ৰাণত স্বাধীন ভাৰতৰ সোপ'ন জগাই তুলিছে কিহে? এই কংগ্ৰেছেই ভাৰতবাসীৰ নিজ নিজ বিদ্যাবুদ্ধিৰ প্ৰভাৱত নহয়। ভাল-বেয়া লাভ-অলাভ, জয়-পৰাজয়, কড়া-ক্ৰান্তি হিচাবলৈ আওকাণ কৰাই আত্ম-তাগৰ মহিমাত আবালবৃদ্ধ বণিতাক কিহে অনুপ্ৰাণিত কৰিছে? এই কংগ্ৰেছ সভাই নহয়নে? মহাত্মা গান্ধি যদি সিদ্ধ পুৰুষ হয়, তেন্তে তেওঁৰ সিদ্ধ মন্ত্ৰ কি? উত্তৰত কবই লাগিব কংগ্ৰেছ বুলি। আসমুদ্ৰ হিমাচললৈকে কোটি কোটি নিৰক্ষৰ লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীয়ে কিহৰ মোহিনী মায়াত মুগ্ধ হৈ, কাৰো হকা বধা নামানি হাঁহি মুখে দেশৰ হন্তে প্ৰাণ দিবলৈ চলিছে। কংগ্ৰেছৰ মোহিনী মায়াত নহয়নে? কুমাৰীকাৰ পৰা সদিয়ালৈকে কোনজনে দেশে বিদেশে দেশবাসীৰ সমাদৰ পাইছে যাৰ গাত কংগ্ৰেছৰ ৰশ্মি পৰা? সৰ্ব্বপ্ৰকাৰে নিগৃহীত ঘোৰ অবিশ্বাসীৰ মনতো আশাৰ ক্ষীণ প্ৰদীপ জ্বলাই ৰাখিছে কিহে? এই কংগ্ৰেছ মহামন্ত্ৰে নহয়নে? লক্ষ্যভ্ৰষ্ট ভাৰতক দ্বিধা শঙ্কা মত ভেদৰ মহাকাশত ধ্ৰুৱ তৰাৰ দৰে আজিও বাট দেখুৱাই চলাইছে কোনে? কবই লাগিব কংগ্ৰেছে। অপাৰ বিপদ মহাসাগৰত দিক্ নিৰ্ণয় যন্ত্ৰস্বৰূপে পাৰ দেখুৱাই নিছে কংগ্ৰেছেই নহয়নে বাৰু? ভিন্ ভিন্ মতৰ মানুহক, ভিন্ ভিন্ মতৰ



সম্প্ৰদায়ৰ লোকক, ভিন্ ভিন্ ধৰ্ম্ম বিশ্বাসীক একতা সূত্ৰে বান্ধি কোন সঙ্ঘই দেশ উদ্ধাৰ কাৰ্য্য নিয়োজিত কৰাব পাৰিছে কংগ্ৰেছত বাজে আৰু কংগ্ৰেছৰ দৰে? দূৰ দুৰণিৰ হোজা অশিক্ষিত গাৱলীয়ায়ো জানে কোন মহাসঙ্ঘৰ কথা কংগ্ৰেছৰ বাজে? বেয়াই ভালে কংগ্ৰেছ নথকা হলে ইমান বিলাক মহাপুৰুষৰ সমাগম নহলহেতেন কেনেকৈ অসমত? কি সম্পদ দেখুৱাই তেওঁ বিলাকক আহিবলৈ মান্তি কৰাব পাৰিলেহেতেন? কি আয়োজনেৰে তেওঁবিলাকক সম্বৰ্দ্ধনা কৰিলোঁহেতেন? কোনজন লাখপতি সদাগৰে ইমান বিলাক নেতা আৰু দেশ সেৱক আলহী পোৱাৰ ভাৰ ললে হেতেন? জাতীয় জীৱনৰ দীৰ্ঘতালৈ চাই, পঞ্চাশ বছৰেও কংগ্ৰেছ আজি চালুকীয়া, কিন্তু মাতৃৰ কোলাত থকা শিশু কংগ্ৰেছলৈ বিক্ৰমলৈ চালে শ্ৰীকৃষ্ণৰ শিশুলীলাৰ কথা মনত নপৰেনে?

আমি দেশ উদ্ধাৰৰ অশ্বমেধ যজ্ঞৰ অশ্ব স্বৰূপে কংগ্ৰেছ অনুষ্ঠানক এৰি দিছোঁ, কোনে পাৰে ধৰকহি। শ্ৰীকৃষ্ণৰ দৰে মহাত্মা গান্ধিক সাৰথি কৰি, সেই কুৰুক্ষেত্ৰত পুনৰ যুজিব লাগিব, ভীষ্ম পিতামহৰ লগত, গুৰু দ্ৰোণৰ লগত, সহোদৰ কৰ্ণৰ লগত, পুত্ৰ বভ্ৰুবাহনৰ লগত। পিতা-পুত্ৰ ভেদ পাহৰি যুজিব লাগিবই মহাযুদ্ধত।

শ্ৰীকৃষ্ণই আঠুলৈ পঞ্চ পাণ্ডৱৰ কাৰণে পাচ খন গাওঁ খুজিছিল ৰজা দুৰ্য্যোধনত। মহাদৰ্পী দুৰ্য্যোধনে উত্তৰ দিলে, সুচ্যগ্ৰে "সুতিক্ষ্নেন ভীষ্মতে শাচ মেদিনী" ইত্যাদি। ফলত লাগিল কুৰুক্ষেত্ৰৰ ধৰ্ম্মযুদ্ধ। মহাত্মা গান্ধিয়ে সানুনয় প্ৰাৰ্থনা জনালে দৰিদ্ৰ ভাৰতবাসীৰ অন্ন-বস্ত্ৰৰ সমস্যা পুৰণৰ কাৰণে। কাৰ্য্যত প্ৰৱৰ্ত্তিল দমননীতি। ফলত অহিংসা অসহযোগ আদি ধৰ্ম্মৰ অৱতাৰণা।

কৰ্ম্মীৰ দোষৰ বাবে কংগ্ৰেছ নেৰিব, কৰ্ম্ম পদ্ধতিৰ বেমেজালি দেখি কংগ্ৰেছ নেৰিব, নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে কোনোবাই নিজ নিজ স্বত্ব প্ৰৱৰ্ত্তাই কাৰবাক বাজ কৰিবৰ মন কৰে, তাত বেয়া পাই নিজ

স্বত্ব এৰি নিদিব। যেতিয়ালৈকে কংগ্ৰেছে দেশৰ প্ৰকৃত কল্যাণৰ কাৰণে যুজিব তেতিয়ালৈকে কংগ্ৰেছতকৈ একনিষ্ঠ নিৰ্ভীক দেশ সেৱক নোলাই মানে কংগ্ৰেছকে সাৱটি ধৰি থাকিবই লাগিব। দেশ উদ্ধাৰ আৰু পতিত উদ্ধাৰ মহাব্ৰতী কংগ্ৰেছে আচলতে কাকো কংগ্ৰেছৰ বাজকৈ ৰাখিব নোৱাৰে। কংগ্ৰেছ কৰ্ম্মী সকল আত্মাভিমানত মই বৰ ভাব মনলৈ নানিব। ময়েই দেশ সেৱক, তেওঁ নহয়, এই সৰ্ব্বনশীয়া ভাৱ মনত থাকিলে নিজৰো কল্যাণ নহয় আৰু কংগ্ৰেছৰো উদ্দেশ্য সিদ্ধি কৰা টান হব। কংগ্ৰেছত নাথাকিও দেশৰ সেৱক হব পাৰে, নুই কৰিব নোৱাৰিব। সৰ্ব্বপন্থী দেশ সেৱক সকলক সাদৰে সাৱটি ধৰি দেশৰ কাম কৰাই কংগ্ৰেছৰ মহত্বৰ আৰু উদাৰতাৰ চিন। কংগ্ৰেছৰ এই সিদ্ধ মন্ত্ৰতে দীক্ষিত হৈ আহা সকলোৱে কংগ্ৰেছক অভিনন্দিত কৰোঁ। কংগ্ৰেছ প্ৰৱৰ্ত্তক আদি পুৰুষ সকলক স্মৰণ কৰি ভক্তি পুষ্পাঞ্জলি দিও। দেশৰ কল্যাণৰ কাৰণে যি সকলে প্ৰাণ দিছে, তেওলোকৰ শলাগ লৈ তেওঁবিলাকৰ আত্মাৰ সদ্গতি প্ৰাৰ্থনা জনাও, বৰ্ত্তমান কংগ্ৰেছকৰ্ম্মী সকলৰ সৰ্ব্বদোষ মৰষি, ভগৱানে যেন তেওঁবিলাকক পৰমশক্তিমন্ত কৰি সজ পথে নিয়ায় তাৰ কাৰণে ভগৱন্তৰ চৰণত সৰল প্ৰাৰ্থনা জনাওঁ।

## অসমৰ সংৰক্ষণ নীতিত

ইংৰাজী ১৯৩৬ চনত অসম জননীৰ হিতাকাঙ্ক্ষী তৰুণৰাম ফুকনে নিজৰ লিখিত বিবৰণিত ন্যায্য দাবীৰ বিষয়ে দেশবাসীক এইদৰে জনাইছিল যে, আমাৰ এদিন সম্পদ আছিল তাক কোনেও নুই কৰিব নোৱাৰে। নিজৰ প্ৰাধান্য প্ৰৱৰ্ত্তাৱৰ কাৰণে কোনোবাই কলেও বুৰঞ্জীৰ প্ৰমাণলৈ আঙুলিয়াই সেই কথা হিংসামূলক বুলি ওফৰাই দিব পাৰি। সেইদিনা ধনৰ অতুল সম্পদ আজি এধানো চিন নাই। এই কথা মনলৈ আহিলেও দুখ লাগে আৰু লগাও স্বাভাৱিক, কিন্তু এই অপ্ৰিয় সত্য স্বীকাৰ



জনালে আৰু কাণৰ পৰা নমাই দিবৰ চেষ্টা কৰিলে গৱৰ্ণমেণ্টেও বেয়া পোৱা যেন দেখা যাই। কি কাৰণত যে বেয়া পায় আৰু কোন ভবিষ্যত উদ্দেশ্য সাধনৰ কাৰণে এই ভাঙিব নোখোজো আৰু নোৱাৰা গুৰু আমাৰ কাণত দি থৈয় হৈছে তাক আমি বুজিব পৰা নাই আৰু আমি শুধিলেও ভাঙি নকয়। কিন্তু ইয়াৰ তত্ব লবই লাগিব আৰু এই অবিচাৰৰ প্ৰতিকাৰ সাধিবই লাগিব নহলে আমাৰ অশেষ দুৰ্গতি হব আৰু ভাই সকলো আমাৰ লগত থাকি অধোগতিলৈ যাব।

কৰিবয়েই লাগিব, তদুপৰি তাতোকৈ অপ্ৰিয় সত্য যে আমাৰ অতীত সম্পদৰ ঠাই শূন্য হৈ থকা নাই, সেই স্থান সম্পূৰ্ণৰূপে অধিকাৰ কৰিছে আজি ঘোৰ বিপদে। সম্পদৰ চিন নাই, কিন্তু বিপদৰ ৰুদ্ৰমূৰ্ত্তিৰে আসামৰ দশোদিশ পৰিপূৰ্ণ।

নেহা নেপাৰ অসমীয়াৰ নাই সেই বিষয়ে অসমীয়া নিতান্ত নিশ্চেষ্ট আৰু গৱৰ্ণমেণ্ট সম্পূৰ্ণ উদাসীন। খাজানাৰ হেচাত প্ৰজাৰ কঁকাল ভাগি গৈছে কিন্তু প্ৰতিকাৰৰ উপায় নাই। এই অন্তকাৰী বিপদৰ পৰা ৰক্ষা কৰাৰ কাৰণে আবেদন-নিবেদন কৰিও সুহৃদয় গৱৰ্ণমেণ্টৰ দৃষ্টি আকৰ্ষণ কৰাব পৰা নাই বৰং সেই বিষয়ে আন্দোলন কৰা লোকসকল চৰকাৰৰ কোপদৃষ্টিত পৰাহে দেখা যায়। তেওঁবিলাকৰ কথা হৈছে যে গৱৰ্ণমেণ্ট চলাবয়ে লাগিব কিন্তু টকা নহলে গৱৰ্ণমেণ্ট নচলে। গতিকে সেই গৱৰ্ণমেণ্টৰ শাসন আৰু শোষণ যজ্ঞত পুৰোহিতে "অস্তি নাস্তি নজানামি দেহি দেহি পুনঃ পুনঃ" এই মন্ত্ৰেৰে আহুতি দিবই লাগিব। কিন্তু ইয়ো যে সত্য নিৰুপায় প্ৰজাক এই মহা বিপদৰ পৰা ৰক্ষা কৰিবয়ে লাগিব নহলে প্ৰজাৰ মৰণ সুনিশ্চিত আৰু গৱৰ্ণমেণ্টৰ অমঙ্গল অনিবাৰ্য্য।

ছিলঠিয়া ভাই সকলে আমাৰ কানত উঠি নাচিবয়ে লাগিছে। তেওঁবিলাকে অশিক্ষিত বুলি আমাক ঘিণায় কিন্তু যাবলৈ কলেও বেয়া পায়। ভাল নোপোৱা মানুহক কাণত লৈ নচুৱাৰ অসমীয়াৰ আপত্তি।

আমাৰ দুৰ্কপালৰ কাৰণে ভূতৰ ওপৰত আকৌ দানৰ চৰিল। ইমান দিনে প্ৰীতিৰে সৈতে থকা বঙ্গালী ভাই সকলক গা তুলি দি মাটিবাৰী, আৰু টকা-কড়িৰে সহায় কৰি ঘৰ ভাঙি বেলেগ কৰালে এনে দুৰ্কপাল আমাৰ! ইয়াৰ ফলত আমাৰ বিপদ বাঢ়িব সচা কিন্তু বেলেগ ঘৰ কৰাৰ কি সুখ আসাম প্ৰবাসী ভাই সকলে অতি সোনকালে বুজি পাব আৰু বেলেগ পোহপাল দিয়াৰ কি আনন্দ গবৰ্ণমেণ্টেও ভাল দৰে জানিব।

আমাৰ দুৰ্দ্দিনলৈ আৰু আমাৰ অক্ষমতা দেখি শত্ৰুৱে আমাক হাঁহিব পাৰে। আসামৰ ভাগ্য পৰিবৰ্ত্তন অনিবাৰ্য্য। আজি অসমীয়াই মুক্তিৰ বাট বিচাৰি পাইছে, আসাম যে অসমীয়াৰ কাৰণে এই সত্য উপলব্ধি কৰিছে। অসমা অসম জননীৰ সেৱা মন্ত্ৰত দীক্ষা গ্ৰহণ কৰি তেওঁৰ উদ্ধাৰৰ কাৰণে এদল অসমীয়া ওলাইছে তাক নজনা লোক আজি নাই। অসমীয়াৰ ৰাজনীতি, অৰ্থনীতি, সমাজ সংস্কাৰ সকলো মঙ্গল কাৰ্য্য সেই সত্যকেই আশ্ৰয় ভিত্তি কৰি চলাবৰ প্ৰাণপণ চেষ্টা চলিছে। সেই দল অসমীয়াই ভালদৰে বুজিছে যে এই সত্য প্ৰবৰ্ত্তাব নোৱাৰিলে ভাৰত যে ভাৰতবাসীৰ এই সত্য প্ৰমাণিত নহব। নিজ মাতৃক অৱহেলা কৰি দেশ মাতৃকাৰ সেৱাৰ চেষ্টা ভণ্ডালি মাথোন।

মৰিবই লাগিব নিশ্চেষ্ট হৈ কাপুৰুষৰ দৰে মৰাতকৈ সন্মুখ যুদ্ধত প্ৰাণ দিয়াও ভাল। অসম অসমীয়াৰ এই নীতি প্ৰবৰ্ত্তনত যি সকলে প্ৰতিবন্ধক জন্মাবৰ চেষ্টা কৰিব তেওঁবিলাকক পৰাস্ত কৰাই অসমৰ যুগ ধৰ্ম্ম বুলি মানি লব লাগিব। সেই অৰ্থে ধৰ্ম্ম যুদ্ধ ঘোষণা কৰিব লাগিব। এই ধৰ্ম্মযুদ্ধত "তৰিলে দেশ মৰিলে স্বৰ্গ" এইয়েই তৰুণ অসমৰ বীজমন্ত্ৰ। ইয়াক দিব লাগিব আবাল-বৃদ্ধ বণিতা অসমীয়াৰ কাণে কাণে এই মন্ত্ৰকেই জপিব লাগিব অসমীয়াই সচিতে সপোনে! তেন্তে ভগৱন্ত অসমীয়াৰ প্ৰতি তুষ্ট নহৈ নোৱাৰিব অসম অসমীয়াৰ হৈ দেশ বিদেশৰ সহানুভূতি



পাব আৰু শ্ৰদ্ধাৰ পাত্ৰ হব। এই বিষয়ত আমি সদৌ অসমীয়া জাতিয়ে দেশভক্ত তৰুণৰাম ফুকনক নটশিৰে ধন্যবাদ জনাইছোঁ।

ভাৰতৰ বিষয়ে চিন্তা কৰোঁতা বহুত মানুহ আছে। ইকালে অসম দেশ খনৰ অস্তিত্ব লোপৰ আশঙ্কা। এই দেশৰ সমস্যাৰ লগত আন দেশৰ সমস্যাৰ লগত একো মিল নাই। ইয়াৰ মানুহ ক্ৰমে গৰীব হৈ গৈছে। ইয়াত বিদেশীৰ প্ৰতিপত্তি দিনে দিনে বাঢ়ি গৈছে। এই জাতিৰ অস্তিত্বৰ লোপ হব বুলি বহুতে আশঙ্কা কৰে। এনে অৱস্থাত সাহিত্য, বাণিজ্য আদিৰ বিষয়ে জাতি সজাগ কৰাৰ লগে লগে আইন ব্যৱস্থা পৰিষদৰ মাজেদি জাতিৰ উপকাৰ কৰিব পৰা যায় তাক কৰিবৰ চেষ্টা কৰিব লাগে। এটা জাতিয়ে বহু-শতাব্দী জগতত নিজৰ অস্তিত্ব গৌৰৱৰে ৰক্ষা কৰি আহিছে। আজি অৱস্থাৰ ফেৰত সি মৃত্যুৰ দুৱাৰত। এই জাতিক পুনৰ জীৱিত কৰি মহা মণ্ডিত কৰি তোলাত সাহাৰ্য্য কৰিব পাৰিম। সাহিত্য, বিজ্ঞানে, বেপাৰে, বাণিজ্যাই ইয়াক আকৌ জগতত ইয়াৰ ন্যায্য স্থান দিম। অসম আকৌ মহান আকৌ গৌৰৱ মণ্ডিত হৈ উঠিব। "অসম মৰিলে আমিও মৰিম"।

অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ আসনত তৰুণৰাম ফুকনে সমবেত ছাত্ৰ মণ্ডলীৰ সন্মুখত এইদৰে লিখিত বিৱৰণিত কৈছিল যে, "শিক্ষাৰ উদ্দেশ্য মন প্ৰশস্ত কৰা, চিন্তাশক্তি বঢ়োৱা শিক্ষাৰ্থীক নন ভাৱ সোঁত দি ভৱিষ্যত জীৱন যুদ্ধত দেশৰ আৰু জগতৰ কল্যাণ সাধনত সৰ্ব্বপ্ৰকাৰ যোগ্যৱান কৰা। শিক্ষাৰ দান বিশেষকৈ ভাৱ বা চিন্তা বিকাশ আৰু চিন্তাৰ সাধন"।

"প্ৰত্যেক উন্নত জাতিৰ ছাত্ৰ জীৱন লৈ মন কৰক, দেখিব, তেওঁলোকে সমাজৰ সমস্যাবিলাকৰ লগত কিমান সম্বন্ধ ৰাখি চলিছে। সেই বুলি মই কব খোজা নাই যে, আপোনালোকে এতিয়াই ৰাজ-নীতি বা আন কোনো আন্দোলনত লিপ্ত হৈ কৰ্ম্মক্ষেত্ৰত নামি পৰকহি। কৰ্ম্মক্ষেত্ৰত

নামিবৰ আগতে সেই কৰ্ম্মক্ষেত্ৰৰ উপযোগী আহিলা পাতি গোটাই লবলৈহে কৈছোঁ। মোৰ মনেৰে ছাত্ৰই ৰাজনৈতিক জীৱনত নামিলে তেওঁলোকৰ প্ৰধান ব্ৰত অধ্যয়নৰ ব্যাঘাত ঘটিব পাৰে। তেওঁলোকে ছাত্ৰ অৱস্থাত নিজ কামত থকাই ভাল। কিন্তু সেই বুলি মই কব নোৱাৰোঁ যে, ছাত্ৰই ৰাজনীতি নামটোকে নলব। ছাত্ৰসকলে নিজৰ অধ্যায়নৰ লগে লগে দেশৰ আৰু সমাজৰ সমস্যাবিলাক চকু ৰাখি সেই বিলাকৰ নিমিত্তে নিজ নিজ বুদ্ধি-বিবেচনা অনুসৰি সাজু হোৱা উচিত হব। কোনো কোনো ক্ষেত্ৰত ছাত্ৰসকলে আমাৰ কিছুমান ডাঙৰ ৰাজনৈতিক আৰু সামাজিক সমস্যাৰ উজু সমাধান কৰিবই পাৰে। যেনে সাম্প্ৰদায়িকতা, অস্পৃশ্যতা বৰ্জ্জন, বাল্য বিবাহ নিৰোধ।

দেশৰ সংৰক্ষণ অতি বিশিষ্ট নীতি। তাৰ বিপক্ষে কবলগীয়া একো নাই। কিন্তু সেই নীতি কাৰ্য্যত পৰিণত কৰিবৰ নিমিত্তে আমাৰ ডেকা সকলে বিমানখিনি কৰিব পাৰে, যি উপায় অৱলম্বন কৰিব পাৰে, তাক কৰা হৈছে জানো? আমি অন্য অসমীয়া বিলাকক থেদি নিজৰ দেশৰ চাকৰি-বাকৰি, কৃষি, বাণিজ্য আদি দেশীয় মানুহৰ হাতলৈ আনিব খুজিছোঁ। নিবনুৱা সমস্যা সুমাধানৰ ইয়াতকৈ ভাল উপায় হবই নোৱাৰে। গতিকে ছাত্ৰ সকলে, সংৰক্ষণ নীতি গ্ৰহণ কৰক, কিন্তু বুদ্ধিমন্তৰ দৰে কাম কৰিব। আপোনালোকৰ ভিতৰত প্ৰতিজ্ঞা কৰক, ব্যৱস্থা কৰক, লাগিলে সহায় কৰক, যাতে তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰসকলে ভাৰতীয় চাকৰি পৰীক্ষা বিলাকত প্ৰতি যোগিতা কৰি নিজৰ ন্যায্য ঠাই অধিকাৰ কৰি লব পাৰে। কেৱল চাকৰিতে নিজৰ মন আবদ্ধ কৰি নাৰাখিব। কোনো জাতি চাকৰি কৰিয়েই উন্নতি কৰিব নোৱাৰে। কিন্তু চাকৰিৰ ভিতৰতো যি বোৰ আটাইতকৈ ডাঙৰ, তাৰ প্ৰতি আপোনা লোকৰ দৃষ্টি থকা উচিত। তাৰ বাহিৰে দেশৰ যি অতুল শিল্প আৰু বাণিজ্য সম্পদ সেই বিলাকৰ উৎকৰ্ষ সাধন কৰিবলৈ ছাত্ৰ সকল এতিয়াই সাজু



হোৱা আৱশ্যক। নিজ নিজ অভিৰুচি মতে জীৱন নিৰ্ব্বাহৰ উপায় বিচাৰি লওঁক, "মাত্ৰ নাপাহৰিব যেন যি উপায়েই জীৱিকা নিৰ্ব্বাহ নকৰক তাত নিজ বৈশিষ্ট্য ফুটাই তুলি নিজৰ বংশৰ আৰু জাতিৰ মান বঢ়াব লাগিব। অৱস্থাৰ দোহাই দি হাত সাৱতি বহি থকা দুৰ্ব্বল লক্ষণ। অসমীয়াৰ পুৰণি ইতিহাস অতি উজ্জ্বল হ'ক, মোৰ এয়ে কামনা"।

## অসম সাহিত্য সন্মিলনত তৰুণ ফুকন

ইংৰাজী ১৯২৭ চনত গুৱালপাৰা জিলাত অসম সাহিত্য সভাৰ এক বিৰাট অধিবেশন বহে। এই অধিবেশনৰ সভাপতি আছিল তৰুণৰাম ফুকন। সভাপতিৰ আসনত ফুকন ডাঙৰীয়াই এই দৰে অভিভাষণ পাঠ কৰিছিল যে, সাহিত্য সভাৰ জন্ম কাহিনী বহুতে কৈছে; আজিৰ সমাজত শুনাই কোৱাৰ আৱশ্যকতা মই নেদেখোঁ। আসামৰ অতীত গৌৰৱৰ কথা শুনাই কবলৈকো ইচ্ছা মোৰ নাই। মহাভাৰত যোগিনীতন্ত্ৰ আদি পৌৰাণিক পুথিত আৰু বিশেষ কৈ আসাম বুৰঞ্জীত সেই বিষয়ে বহলাই বৰ্ণোৱা আছে। সেই দিনা থন আসামৰ ৰজা আছিল, ৰাজ সম্পদ আছিল; কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱক সহায় কৰাৰ যোগ্যতাও আসামৰ আছিল। ক্ষত্ৰীয় বীৰ শ্ৰেষ্ঠ কৃষ্ণ সহায় অৰ্জ্জুনেও অসমীয়া বভ্ৰুবাহনৰ হাতত পৰাজয় স্বীকাৰ কৰা কথা পৌৰাণিক সত্য, স্বামীৰ হিতাৰ্থে ৰজাক দেও শুবুলি ৰাজদণ্ডত বংমনে প্ৰাণ ত্যাগ কৰা কুঁৱৰী জয়মতী আসামৰে জীয়ৰী। আসামৰ পুৰণি সাহিত্য যে, ভাৰতীয় কোনো জাতীয় সাহিত্যতকৈ কোনো অংশ হীন নহয়, ইয়াক ডাঠি কলে অহঙ্কাৰ কৰা নহব, কাৰণ তাৰ বহু প্ৰমাণ আজিও আছে। কিন্তু আসামৰ সেই শিক্ষা, সেই দীক্ষা, সেই তেজ, সেই বল আজি কলৈ গ'ল? জাতিগত জাতীয়তা, পুৰুষানুগত বল বীৰ্য্য আজিও সম্পূৰ্ণ ধ্বংশ হোৱা নাই বুলি মোৰ দৃঢ় বিশ্বাস। সাধনাৰ অভাৱত মৰাৰ

দৰে হৈ আছে। যত্ন কৰা প্ৰাণ দি, পুৰুষাৰ্থ কৰা, লেৰেলা পুলিটি ৰবৰুন পাই ঠন্ ধৰি উঠাৰ দৰে, লয় পাও পাও হোৱা পুৰণি কীৰ্ত্তি জাতীয়তা পানী ছিটা পাই মূৰ্ত্তিমতী হৈ উঠিব। হৰৰ কোপত পৰি ছাই হোৱা কামদেৱে আসামলৈ আহি যদি ৰূপ পোৱা সত্য হয়, মৃত কল্প ভাৰত জননীকো আসামে জয় শ্ৰীমণ্ডিতা কৰি তোলা অতি অসম্ভৱ বুলি মই বিশ্বাস নকৰোঁ। কিন্তু সেয়ে মূৰ্খৰ কথাৰে নহব।

বীজত বৃক্ষ নিহিত থাকিলেও যেনেকৈ তাক অঙ্কুৰিত কৰিবলৈ ক্ষেত্ৰ কৰ্ষণৰ আৱশ্যক, অন্ত নিহিত মনুষ্যত্বক প্ৰকাশিত আৰু জাগ্ৰিত কৰিবলৈকো সেই দৰে সাধনাৰ আৱশ্যক। সাধনাক বিবিধ অনুষ্ঠানৰ দ্বাৰাই বহুমুখি কৰি সমাজ আৰু স্বদেশৰ ভিতৰেৰে বিশ্বব্যাপী কৰি তুলিব লাগিব। ইয়াকে কৰিবলৈ শিল্প-কলা, সঙ্গীত, সাহিত্য, ইতিহাস, দৰ্শন, বিজ্ঞান, কুটনীতি, ৰাজনীতি, অৰ্থনীতি ইত্যাদিৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সেই বিলাকৰ প্ৰভাৱ সৃষ্টি কৰি, তাৰ বিস্তাৰ সাধন কৰিব লাগিব। যিমানে সেই সাধনাৰ সিদ্ধি হব তিমানেই তুমি শ্ৰেষ্ঠ জাতি বুলি পৰিচয় দিব পাৰিবা; আন আন জাতিয়ে মুৰ দোঁৱাই সম্বৰ্দ্ধনা কৰিব, মিত্ৰতা স্থাপনৰ আগ্ৰহ দেখুৱাব, বিৰোধ আচৰণত বিৰত হৈ থাকিব। নিজে শিক্ষা নাপালে পৰক শিকাব নোৱাৰি। নিজে মানুহ হৈ স্বদেশ বাসীক মানুহ নামৰ উপযুক্ত কৰি তুলিব নোৱাৰা কৈয়ে বিশ্ব মানৱ কৰাৰ চেষ্টা প্ৰায়েই কাৰ্য্যকৰী হোৱা দেখা নাযায়।

আমি অসমীয়া ভাৰতবাসীৰ ভিতৰত এটা স্বকীয়া জাতি। আমাৰ ভাষা সংস্কৃত মূলক হলেও স্বকীয়া ভাষা, এই কথাৰ প্ৰতিবাদ কৰোঁতা আজি কোনো নাই, আছে যদিও তেওঁক আওকাণ কৰা উচিত। কিন্তু সেই বুলিয়েই কাণমাৰি থাকিলে নচলিব! আমাৰ বহুতো সম্পদ আছিল সেইটো গৌৰৱৰ কথা। যি আছিল তাক বচাব পৰা নাই, সেইটো দুখৰ কথা। কিন্তু আছিল তাক লোপ পাব দিয়াটো



বিশেষ শোক আৰু লাজৰ কথা হব? ই জাতীয় মৃত্যুৰ পূৰ্ব্ব লক্ষণ, নিশ্চয় মৃত্যুৰ নিশ্চিত প্ৰমাণ। উঠি অহা জাতিৰ জীৱনৰ চিন হৈছে পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা। তাকে নহৈ আজি আমি আত্ম-ৰক্ষাত অসমৰ্থ! পৰাধীনতো হয়েই, কিন্তু পৰাধীন ওচৰ চুবুৰীয়ায়ো আমাক নিঃকীন দেখি গ্ৰাস কৰিবলৈ চেষ্টা কৰিছে। ভাই অসমীয়া! অতীত গৌৰৱৰ কথা স্মৰণ কৰি বৰ্ত্তমান অৱস্থা উপলব্ধি কৰা, যুক্তিযুক্ত অনুমানৰ দ্বাৰা ভবিষ্যত প্ৰত্যক্ষ কৰা শৰীৰত তেজ মাংস যদিহে প্ৰকৃততে আছে, তেন্তে গা শিয়ৰি উঠিব, মন উত্ৰাৱল হব, হৃদয় অশান্তিৰে ভৰি পৰিব। কিন্তু শোক কৰিলেই নহব। শোকৰ ঘাই কাৰণ গুচাবলৈ যথা সাধ্য চেষ্টা কৰিব লাগিব। মৃত্যু প্ৰায় জননীক জাতীয়তাৰ দ্বাৰাই অনুপ্ৰাণিত কৰিব লাগিব। সাহিত্য আলোচনাৰ ভিতৰেৰে অসমীয়াৰ অতীত গৌৰৱৰ পুনৰুদ্ধাৰ সাধন কৰিব লাগিব। অসমীয়াক প্ৰকৃত মানুহ কৰি গঢ়ি তুলিব লাগিব। লগৰীয়া বঙালী, উৰিয়া, হিন্দুস্থানী আদি ভাষাৰ ব্যাকৰণ আদি পঢ়ি অসমীয়া ভাষাৰ লগত তুলনা কৰি, অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস লিখাৰ কাৰণে আসাম সাহিত্য সভাই উপযুক্ত লোকক বৃত্তি দি এই কাৰ্য্যত ব্ৰতী কৰা যুগুত হব। গাৱঁলীয়া ভাই সকলক সহজ সৰল ভাষাত কিতাপ লিখি নিজৰ দেশৰ কথা, দেশ বিদেশৰ কথা জনাব লাগিব। স্বাস্থ্য বিজ্ঞান বিষয়ক সৰল পুথি আমাৰ প্ৰায় নাই বুলিলেই হয়। স্বাস্থ্য ৰক্ষাৰ নিচেই সাধৰণ নিয়ম বোৰকে নজনা কাৰণে বছৰি আমাৰ কিমান মানুহ অকালতে জহনী, বসন্ত আদি সংক্ৰামক ৰোগত প্ৰাণ হেৰুৱাই, তাক নজনা মানুহ নাই। মাউৰৰ সময়ত কেতিয়াবা গাওঁলৈ গৈ গাৱঁলীয়া মানুহৰ অৱস্থা চালেই গাওঁৰ প্ৰকৃত অৱস্থা বুজি পাব। আমি অলপ লেখা পঢ়া শিকি চেক্‌চপিয়েৰ, মিলটন, বাৰ্ক পঢ়িয়েই বছৰি সাহিত্য, সমাজ, স্বদেশ বুলি চিঞঁৰি থাকিলে একো লাভ নহয়,

যদি আমাৰ দেশৰ ৰৰণী অসমীয়া ৰাইজৰ দুখ দুৰ্গতিৰ প্ৰতিকাৰ কৰিব নোৱাৰোঁ। জাতীয় সম্পদৰ ভিতৰত সাহিত্য সম্পদেই শ্ৰেষ্ঠ সম্পদ। এই বিষয়ত ঋষি মুনি আদিৰো মত ভেদ নাই; সৰ্ব্ব সাধাৰণৰ মতৰ সম্পূৰ্ণ মিল। ধন-জন, যশ-মান ঐশ্বৰ্য্য-বিভূতি, জ্ঞান-গৰিমা আদি যত মানে সম্পদ আছে সকলোৰে প্ৰকাশ সাহিত্যত। এই সবাৰো সাধনা আৰু সিদ্ধিৰ হেতু সাহিত্য।

মনৰ ভাব প্ৰকাশ কৰিবৰ নানান উপায় আছে, কিন্তু তাৰ ভিতৰত শ্ৰেষ্ঠ উপায় ভাষা। মনোবৃত্তিৰ উৎকৰ্ষ সাধনৰ লগে লগে বিস্তাৰ হয়, আৰু সেই ভাব প্ৰকাশৰ শ্ৰেষ্ঠতম উপায় ভাষাৰো উন্নতি সাধিত হয়। যি জাতিৰ ভাষা যিমান উন্নত আৰু মাৰ্জ্জিত, সেই জাতিৰ ভাব আৰু আনুসঙ্গিক কাৰ্য্যও সেই সেই পৰিমিতে উন্নত আৰু পৰিমাৰ্জ্জিত। নিজৰ নিজৰ মনোগত ভাব প্ৰকাশ কৰা আৰু পৰৰ ভাব গ্ৰহণ কৰাৰ কাৰণেই ভাষাৰ সৃষ্টি। ইয়াৰ দ্বাৰাই পৰস্পৰৰ ভাব সাল সলনি কৰি আৰু লোক সঙ্ঘবদ্ধ হয় অৰ্থাৎ পৰস্পৰে পৰস্পৰৰ সঙ্গ হয়। ভাষাৰ সৃষ্টিৰ আগেয়েও মানুহ আৰু পশু-পক্ষী আদি জন্তুৱেও সঙ্গ লোৱা দেখা যায়। কিন্তু পৰিমাৰ্জ্জিত ভাষাৰে মনোভাব সাল সলনি কৰিব পাৰিলে আৰু সেই মনোভাৱ মিলিলে সঙ্গ স্থায়ী আৰু মধুৰ হয়। ভাষাৰ বলত আৰু সহায়ত 'মই' ভাৱৰ পৰা 'আমি' ভাবৰ সৃষ্টি হয় 'মই' আৰু মোৰ ভাব থাকিলে তেওঁ আৰু তেওঁৰ ভাবো স্বীকাৰ কৰি কাম কৰিব লগা হয়। গতিকে মই আৰু মোৰ ভাব থাকিলে 'তেওঁ আৰু তেওঁৰ' এই দুয়ো ভাব অটুট ৰাখি কি ভাৱে কাম কৰিলে দুয়োৰো সুবিধা হব পাৰে, তাৰ উপায় উলিয়াব লগা হয়। এই উপায় উলিওৱাৰ লগে লগে সমাজৰ সৃষ্টি হয়। এই সমাজ ৰক্ষাৰ কাৰ্য্য বিধিৰ নাম নিয়ম আৰু নীতি। মইৰ কম বিকাশতে সমাজ আৰু সমাজৰ বিস্তাৰতে স্বদেশৰ উৎপত্তি। এই স্বদেশৰ প্ৰকাশ আৰু প্ৰচাৰতে সাহিত্যৰ আবিৰ্ভাৱ



আৰু সেই প্ৰকাশৰ ঘটনাবলী লিপিবদ্ধ কৰাই ইতিহাস। গতিকে ইতিহাস সাহিত্যৰ এটা অঙ্গ মাথোন।

নিজৰ ভাষা চহকী কৰিলে নহব। তোমাৰ ভাব পৰক জনাবলৈ হলে তেওঁকো সেই চহকী ভাষা শিকাব লাগিব। ভাৱৰ আদান প্ৰদানৰ লগে লগে ভাষাৰো আদান প্ৰদান চলিব লাগিব। যিমানক তোমাৰ ভাষা শিকাই তোমাৰ ভাব লোৱাব পাৰিবা, সিমানেই তোমাৰ সমাজ বহল হব। সমাজ যিমান শিক্ষিত হব; সেই সমাজৰ সাহিত্যও সেই পৰিমাণে চহকী হব। গতিকে দেখা যায়, যি জাতি যিমান উন্নত, সেই জাতিৰ সাহিত্যও সেই পৰিমিতে পৰিপুষ্ট আৰু পৰিমাৰ্জ্জিত। এই কথা ওভোটাই কলেও সত্যতে থাকিব অৰ্থাৎ যি জাতিৰ সাহিত্য যিমান পৰিপুষ্ট আৰু পৰিমাৰ্জ্জিত, সেই জাতি নিশ্চয়, সেই পৰিমাণে উন্নত। জাতীয় উন্নতি কৰিব খুজিলে, সাহিত্যৰ উন্নতি কৰিবই লাগিব। নিজৰ মনৰ ভাব ভালকৈ বুজি নাপালে, পৰৰ মনৰ ভাব বুজা যেনেকৈ টান, নিজৰ ভাষা ভালকৈ শিকি নললে সেই ভাষা পৰক শিকোৱাটো টানেই পৰৰ ভাষা শিকাও টান। আই মাতৃৰ সুখ-দুখৰ বাতৰি পাবলৈ হলে, তেওঁৰ ভাষা জানিব লাগিব। অতি মহৎ হৃদয়ৰ লোকে মুখলৈ চায়েই সেই দুখ সুখ বাতৰি লোৱা অসম্ভৱ নহলেও সৰ্ব্বসাধাৰণৰ পক্ষে অন্তৰৰ ভাব ভাষাত প্ৰকাশ নাপালে মাতৃ ভাষাৰে তাৰ বাতৰি নললে জনা টান। কব পাৰে স্বৰ্গীয় উমেশ চন্দ্ৰ বন্দোপাধ্যায় আদি মাতৃ বৎসল স্বদেশ সেৱক সকলে মাতৃ ভাষাত পাৰ্গত নোহোৱাকেয়ো মাতৃৰ সুখ দুখৰ আচল বাতৰি পাইছিল আৰু দুখত সমবেদনা অনুভৱ কৰি প্ৰতিকাৰৰ অৰ্থে অহো পুৰুষাৰ্থ কৰিছিল। কিন্তু দকৈ গমি চাওঁক আচলতে তেওঁবিলাকে মাতৃৰ সুখ দুখৰ আচল বাতৰি পাইছিল নে? শিক্ষা দীক্ষাহীন ৰোগত জুৰুলা, খাবলৈ নাপাই হাড়ছাল ওলোৱা লৰাছোৱালীক বুকুত সাবটি লই কামৰ যি আৰ্ত্ত আহ্বান তাক আচলতে শুনা হলে

তাক ভালকৈ বুজি পোৱা হলে সেই মৰ্ম্মভেদী বুক ভাঙি ছিঙি যোৱা ভাষাৰ ভাব গ্ৰহণ কৰিব পৰা হলে সেই সকল মহাপুৰুষে দেশ মাতৃৰ পৰিত্ৰাণৰ হেতু উলিয়াবৰ কাৰণে আৰু ত্যাগ আৰু পুৰুষাৰ্থ কৰিলেহেতেন নহয়নে বাৰু ? আমি কবলৈ নোৱাৰোঁ, ভাষা নাই। আমি বুজাব নোৱাৰোঁ, আমাৰ ভাষা বুজি নাপায়। শব্দ ব্ৰহ্ম সেই শব্দ ধ্বনিত হৈ বাধা বিঘিনি অতিক্ৰম কৰি বিশ্বব্ৰহ্মাণ্ড ঘুৰি ফুৰিছে। তাৰ ক্ষয় নাই, ব্যয় নাই। আজিহে বৈজ্ঞানিক সকলে প্ৰমান কৰিছে যে উপযুক্ত যন্ত্ৰৰ সহায়েৰে সেই শব্দ যতে ততে ধৰিব পাৰি, শুনিব পাৰি আৰু তাৰ অৰ্থ বুজিব পাৰি। আমাৰো ব্যথিত অন্তৰৰ ঘোৰ আৰ্ত্তনাদ আজি আকাশ পাতাল ঘুৰি ফুৰিছে ধৰোঁতা নাই, শুনোতা নাই, বুজোতা নাই। ঘুৰি ফুৰি উভতি আহি আকৌ নিজৰ বুকুতেই খুন্দিয়াই ভাঙি ছিঙি গুৰি কৰিছে ! আমি বুলি নহয়—সমূহ ভাৰতৰেই সেই অৱস্থা ! কিন্তু আমাৰ অৱস্থা এটাইতকৈ বেয়া বুলিলে সৰহকৈ কোৱা নহব।

ভাষা হৃদয় গ্ৰাহী নহলে, হৃদয়ত স্পন্দন জন্মাব নোৱাৰিলে শব্দ শব্দই থাকি যায়, ভাষা শব্দ যোজন মাত্ৰ হয়, কবিতা শব্দৰ মিল সঙ্গীত হ্ৰস্ব দীৰ্ঘ মাত্ৰাৰ সুপৰিচলনা পদ্ধতি ইতিহাস লিপিবদ্ধ ঘটনা মাত্ৰ হৈ থাকে।

প্ৰত্যেক দেশৰ সাহিত্যৰ লগত জগত সাহিত্যৰ সম্পৰ্ক আছে। তাৰ পৰা সম্বন্ধ ছিঙিলে সাহিত্য সঙ্কীৰ্ণ হয় আৰু কালত লয় পায়। অসমীয়া সাহিত্যৰো সেই দৰে জগত সাহিত্যৰ লগত সম্বন্ধ ৰাখিব লাগিব। আন আন দেশত যি ন ন ভাব উদ্ভব হৈছে তাক আমাৰ সাহিত্যলৈ আনিব লাগিব। অসমীয়া প্ৰাচীন কবি সকলে, তেখেত সকলৰ সম-সাময়িক সকলো সংস্কৃত পুথিৰে প্ৰাঞ্জল ভাঙণি আমালৈ এৰি থৈ গৈছে। অকল ভাঙণি কৰিয়েই সন্তুষ্ট হোৱা নাই। আন পুথিৰ পৰা মূল ঘটনালই নিজৰ কল্পনাৰ ৰহণ সানি অপূৰ্ব্ব সাহিত্য সম্পদ সৃষ্টি কৰি থৈ গৈছে। এই



কামৰ এটা উপায় অনুবাদ বা ভাঙনি। যি যি দেশৰ পণ্ডিত সকলে ন ন কথা উলিয়াই পুথি প্ৰকাশ কৰি জগতৰ জ্ঞানৰ উৎকৰ্ষ সাধন কৰিছে, সেই পুথি বোৰ আমাৰ ভাষালৈ অনুবাদ কৰিব লাগিব। অনুবাদ কৰা সাহিত্য উন্নতিৰ এটা ঘাই কাম। পৃথিবীৰ উন্নত সাহিত্য বোৰলৈ চালেই ইয়াৰ প্ৰমান পোৱা যায়। ভিন্ ভিন্ সাহিত্যই পৰস্পৰৰ অনুবাদৰ দ্বাৰাই উদ্‌গতি সাধন কৰে। যি ভাষাই এইদৰে অনুবাদৰ সহায়েৰে জগতৰ জ্ঞানৰ ভৰাল নিজৰ কৰি লব নোৱাৰে, সেই ভাষা জগতত তিষ্টিব নোৱাৰে। যদি অসমীয়া সাহিত্যক নামাৰি জীয়াই ৰাখিব খোজে, তেন্তে ভিন্ ভিন্ দেশৰ জগৎ বিখ্যাত অমূল্য গ্ৰন্থবোৰ অনুবাদ কৰি ৰাইজৰ আগত প্ৰকাশ কৰিব লাগিব। জগতৰ আন আন উন্নত সাহিত্যই যি বাটেৰে গৈছে, সেই বাট অসমীয়া সাহিত্যৰো শক্তি অনুসাৰে লব লাগিব। এই সাহিত্য সভায়ো কিছুমান তেনে ধৰণৰ পুথি বাচি লৈ অনুবাদ কৰি প্ৰকাশ কৰিলে, অসমীয়া সাহিত্যৰ অশেষ কল্যাণ সাধন কৰা হব। আজি কালি বিজ্ঞানৰ যুগ। জগতত উন্নতিশীল সাহিত্যবোৰ হাজাৰ হাজাৰ বৈজ্ঞানিক পুথিৰে চহকী। যি সাহিত্যত বিজ্ঞানৰ পুথি নাই, সেই সাহিত্য অঙ্গহীন। সি কালৰ সোঁতত লয় পাব। এই ক্ষেত্ৰতো অনুবাদেই অবলম্বন।

মাউৰৰ সময়ত সাধাৰণ স্বাস্থ্য বিধি সৰল পুথি বিনা মূল্যে বিলায় দি আৰু কলেৰা, বসন্ত আদি ব্যাধি বোৰ কেনেকৈ বিয়পি পৰে আৰু কি উপায়েৰে তাৰ প্ৰতিকাৰ কৰিব পাৰি, এই বোৰ কথা ছায়া চিত্ৰৰ সহায়েৰে ৰাইজক বুজাই দিব পাৰিলেহে স্বদেশৰ বা স্বজাতিৰ উন্নতি কৰা হব। আসাম সাহিত্য সভাই অসমীয়া ৰাইজৰ এই অভাৱ পূৰণ কৰিবলৈকো গাত লব লাগে। এই বিষয়ে প্ৰস্তাৱ উথাপন কৰিলেই কৰ্ত্তব্য শেষ নহব। ত্যাগ স্বীকাৰ কৰি একানপতীয়াকৈ লাগিব লাগিব।

বিশুদ্ধ সাহিত্যত বাজে বিজ্ঞানাদি বিষয়ক অইন পুথি অনুবাদ কৰিবলৈ আমাৰ কিয় ভাৰতীয় আন আন ভাষাতো শব্দৰ নাটনি পৰে। সৰল ৰসায়ন বা বিজ্ঞান পুথি এখন লিখিব লাগিলেই, এই সমস্যা আহি পৰে। কিন্তু বিজ্ঞানৰ পুথিত যি শব্দ ব্যৱহাৰ কৰা হৈছে, সেইবোৰ আমাৰ ভাষাত সুমুৱাই লোৱাত মোৰ মতে কোনো আপত্তি থকা উচিত নহয়। শব্দবোৰ প্ৰথমে কিছুদিন কঠুৱা যেন লাগিব পাৰে, কিন্তু কিছুমান দিনৰ পিছত কাণত সহজ লাগিব। আমাৰ ঘৰুৱা আৰু ৰাজহুৱা জীৱনত অজস্ৰ ফাৰ্চী শব্দ সোমাইছে, কিন্তু সেইবোৰ অবাধে আমি ব্যৱহাৰ কৰি যাব লাগিছোঁ। দোকান, বাকী, হিচাব, ওৱালিশ, মুনফা, দেৱানী, ফৌজদাৰী আদি শব্দই মোৰ কথাৰ প্ৰমাণ। বৈজ্ঞানিক পৰিভাষিক শব্দ এক ভাষাৰ পৰা আন ভাষাত সুমুৱাই লোৱা প্ৰথা আমাৰ দেশত আগৰ দিনৰ পৰাই চলি আহিছে। সংস্কৃতৰ জ্যোতিষ শাস্ত্ৰৰ ভালেমান শব্দ গ্ৰীক ভাষাৰ পৰা আহিছে। সেইবোৰ এনে ভাৱে সংস্কৃতত সোমাই গৈছে যে এতিয়া দুয়ো ভাষা নজনা পণ্ডিত সকলে সেইটো কবই নোৱাৰে। আপোনালোকৰ কৌতুহ'ল নিবাৰণ কৰিবলৈ এখনি শব্দৰ তালিকাৰ পৰা কিছুমান শব্দ তুলি দিলোঁ। যেনে, সং, কোন, হোৰা, কেন্দ্ৰ, দ্ৰেক্কান, হেলি, জামিত্ৰ ইত্যাদি শব্দৰ অকান্তৰ ৰূপ মাথোন। আমাৰ জ্যোতিষী পণ্ডিত সকলে অবাধে এইবোৰ শব্দ ব্যৱহাৰ কৰি চলি আহিছে। আমাৰ ভাষাতো আমি বৰ্ত্তমানেও কেতবোৰ ইংৰাজী শব্দ সুমুৱাই গৈছোঁ যেনে :— টেলিগ্ৰাফ, পোষ্টাফিচ, ইষ্টেচন ৰেল ইত্যাদি বৈজ্ঞানিক পুথিতো যদি আমি একে প্ৰণালীৰেই শব্দবোৰ সুমুৱাই লওঁ তেনেহলে হানি কি ? অৱশ্যে কি ৰূপ আৰু কি আকাৰত শব্দ লোৱা যাব পাৰে, সেইটো বিবেচনাৰ কথা। কেতবোৰ বিশেষজ্ঞ লোকৰ দ্বাৰা সেইটো সহজে কৰি লব পাৰি। ব্যক্তিগত ভাৱে এজন লিখকৰ পৰা নহৈ সাহিত্য সভাৰ দৰে এটি জাতীয় অনুষ্ঠানৰ পৰা পাৰিভাষিক শব্দৰ তালিকা প্ৰস্তুত হলে,



সেইটো অসংকোচে জাতীয় পাৰিভাষিক ভাষা বুলি স্বীকৃত হব পাৰিব।

কি সাহিত্য, কি সমাজ, কি ৰাজনীতি, এটাইবোৰ কামতে বুৰঞ্জী জ্ঞানৰ আৱশ্যক। আমি অতীত কালত কেনে আছিলো, তাক জানিবলৈ হেপাহ মানুহৰ চিৰকাল থাকিব। অতীতত আমাৰ দেশৰ অৱস্থা কেনে আছিল, বৰ্ত্তমানত কেনে হৈছে, তাক ভালকৈ নাজানিলে, কোনো কামতে হাত দিব নোৱাৰি। মৃত প্ৰায় পতিত জাতিৰ একমাত্ৰ সঞ্জীৱনী সুধা হৈছে, সেই জাতিৰ অতীত বুৰঞ্জীৰ উদ্ধাৰ আৰু অধ্যয়ন। দেশাত্মবোধ জগাবৰ এটাইতকৈ ভাল উপায় হৈছে বুৰঞ্জী জনা। আমাৰ দেশৰ স্বদেশ প্ৰেমিক বীৰ সকলৰ বীৰত্ব কাহিনীৱে আপোনাৰ মনত প্ৰভাৱ বিস্তাৰ নকৰাকৈ নোৱাৰে। সেই কাৰণেই বোধকৰোঁ মহাত্মা তিলকে শিৱাজীৰ উৎসৱৰ পুনৰ প্ৰতিষ্ঠা কৰিছিল। সৰহ কব নালাগে আসাম যে মুঠেই এশ বছৰৰ আগেয়ে স্বাধীন ৰাজ্য আছিল এই কথা ভাবিলে মনতে আপোনাৰ হিয়া আনন্দত উপচি নুঠেনে ? আপুনি অন্তৰত বল নাপায়নে ?

জাতীয় জীৱনত অনুকূল চিন্তাৰ প্ৰৱাহ ববলৈ ধৰিলে, বিশুদ্ধ বায়ু পানীৰ সংযোগত শ্যামল শস্য হোৱাৰ দৰে সুচিন্তা আৰু মহত্ভাৱৰ স্ফুৰণ হয়। দেশ বিদেশৰ বুৰঞ্জীত ইয়াত অলেখ পটন্তৰ আছে। শ্ৰীযুত ৰবীন্দ্ৰ ঠাকুৰ আজি জগতপূজ্য কবি। আপোনালোকে বোধকৰো স্বীকাৰ কৰিব যে তেখেতৰ কল্পনাৰ প্ৰধান প্ৰেৰণা ভাৰতৰ বেদ, উপনিষদ, পুৰাণ, ইতিহাস, কবীৰ, তুলসীদাস আদি সন্ত সকলৰ সহস্ৰ চিন্তা প্ৰৱাহৰ পৰা উদ্ভুত।

কিন্তু এইটোও নকৈ নোৱাৰি যে কেতিয়াবা প্ৰতিভা প্ৰতিকূল অৱস্থা অতিক্ৰম কৰিও ফুটি উঠে। যিহক মোৰ প্ৰতিপাদ্য বিষয় এইটোহে ঘৰুৱা জীৱনৰ দৰে জাতীয় জীৱনো ভাৱ সঙ্কুল নহলে চিন্তা বা প্ৰতিভাৰ স্ফুৰণ সহজে হৈ নুঠে। শুনোতা নহলে বক্তা নোলায়, জাতিৰ ভিতৰত

ভাৱপ্ৰৱণতা বা ভাৱ গ্ৰাহীতা নহলে ভাবুক বা চিন্তাশীল মানুহৰ অভ্যুদয় নহয়। মোৰ বিশ্বাস জাতিৰ ভিতৰত এই চিন্তাপ্ৰৱণতা বা ভাৱগ্ৰাহীতা ওপজোৱা সাহিত্য সভাৰ নিচিনা অনুষ্ঠানৰ প্ৰধান কাম।

এই উদ্দেশ্য সফল কৰিবলৈ সাহিত্য সভাই আমাক দেশ বিদেশৰ নানান প্ৰতিভাশালী পুৰুষ সকলৰ মনৰ সংসৰ্গলৈ আনিব লাগে। তেওঁলোকৰ অমূল্য গ্ৰন্থৰাজিৰ অনুবাদ বা সেইটো সম্প্ৰতি অসম্ভৱ হলে তেওঁলোকৰ ভাৱৰাশিৰ সংগ্ৰহ আদিপ্ৰকাশ কৰাৰ লাগে। জগতৰ ডাঙৰ বীৰ, চিন্তাশীল মনস্বী আৰু স্বদেশ প্ৰেমিক পুৰুষ সকলৰ জীৱন চৰিত উলিয়াব লাগে। উন্নত জাতি সকলৰ বুৰঞ্জী বিশেষকৈ তেওঁলোকে কি কি আদৰ্শ আগত লই আৰু কি কি প্ৰণালী অবলম্বন কৰি ডাঙৰ আৰু উন্নত হ'ল, এই কথা পোন পটীয়াকৈ সৰল ভাৱে লিখাই উলিয়ালে আমাৰ অশেষ কল্যাণ হব। আমাৰ ভাষাত এতিয়াও গ্যাৰিবাল দি নেপ'লীয়ন, চিজাৰ হ্যানিবাল এনেকি ৰাণা প্ৰতাপ, শিৱাজী, চিলাৰায় আদি আমাৰ জগত বৰেণ্য বীৰ পুৰুষ সকলৰ চৰিতাভাস পৰ্য্যন্ত নাই। ইংৰাজী নজনাৰ ভিতৰত কম মানুহেই এওঁলোকৰ নাম শুনিছে। আধুনিক উন্নত জাতি ইংৰাজ, জাৰ্ম্মাণ, আমেৰিকা, জাপান আদি কেনেকৈ ইমান ডাঙৰ হ'ল সেইবোৰ বিবৰণ আমাৰ ভাষাত পাবলৈ নাই।

যেইদৰে বিখ্যাত মনস্বী লেখক আৰু ভাবুক সকলে কি ত্যাগ, কি চেষ্টাৰ ভিতৰেদি সাধনাত সফল হ'ল, এই বোৰ নাজানিলে আমাৰ জাতীয় মন টনকীয়াল হৈ উঠিব নোৱাৰে। সাহিত্য শব্দটোৱেই এটা সমষ্টি বা সংহতি বুজায়। সমাজ বা জাতিক অতিক্ৰম কৰি কোনো সাহিত্য হবই নোৱাৰে। সেই কাৰণে নাট, উপন্যাস, গীত, কবিতা, আদি জাতীয় বা সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চলন-ফুৰন, গৌৰৱ বা হীনতা ইত্যাদি কথালৈহে বৰ্ত্তিব পাৰে, সাহিত্যৰ কথা বস্তু, ৰসৰ স্ফুৰণ ইত্যাদি গাঁঠ-গাঁজলি আমাৰ সমাজৰ আভ্যন্তৰিক জীৱন প্ৰৱাহৰ পৰা



গোটাব লাগে। নহলে সাহিত্য সুন্দৰ, স্বাভাৱিক আৰু মৰ্ম্মস্পৰ্শী হবই নোৱাৰে। অৱশ্য এইটো কোৱা মোৰ উদ্দেশ্য নহয় যে চলিত সামাজিক বা জাতীয় ভাৱক পিছ পেলাই কোনো সাহিত্য হব নোৱাৰে। এইবোৰ সাহিত্যক আমি আদাৰ্শাত্মক সাহিত্য বুলি কম।

এইটো কলে বৰ বঢ়াই কোৱা নহব যে, বৰ্ত্তমান কালত আমাৰ দেশত সাহিত্য খেমালিৰ বস্তুহে হৈ আছে, সাধনাৰ বস্তু হোৱা নাই। আজিকালিৰ দিনত সাহিত্য প্ৰচাৰৰ মেডিয়াম হৈছে মাহেকীয়া আলোচনাৰ কাকত। আমাৰ দেশত মাহেকীয়া কাকত ওলাই আছে, মৰি আছে। কোনো খন থিতাপি লাগি থাকিব পৰা নাই। ইয়াৰ প্ৰধান কাৰণ চিন্তাশীল লেখক আৰু সহানুভূতি দেখুৱা পঢ়োতাৰ অভাৱ। কিন্তু ইয়াৰ লগতে এইটোও উল্লেখ যোগ্য যে আগতকৈ আজিকালি ভালেমান পুথি দিনে দিনে প্ৰকাশ হব ধৰিছে। এইটো আশাপূৰ্ণ কথা যে আমাৰ দেশৰ শিক্ষিত সম্প্ৰদায়ে লেখা পঢ়া আদি মানসিক বস্তুৰ ফালে ধাউতি দেখুৱাব লাগিছে। কিন্তু বেছি ভাগ কিতাপৰ ৰচনাতেই লৰালৰিৰ ছাব একোটা পৰি থাকে। ৰচনাত লেখকে যিমান খিনি চিন্তা আৰু পৰিশ্ৰম কৰা উচিত আছিল তিমান খিনি কৰা নাই যেন লাগে। এইটোও মন কৰিব লগীয়া যে কিতাপ প্ৰবন্ধ ৰচনা কৰাত যি চিন্তা আৰু পৰিশ্ৰম লাগে বুলি কৈছোঁ, সেইটো প্ৰায়েই স্বেচ্ছাকৃত হব নোৱাৰে। পদুমফুলৰ ঠাৰি পানীৰ ওপৰত যিমান খিনি ওলাই থাকে, পানীৰ তলত তাতকৈ বেছি সোমাই থাকে। আমাৰ গ্ৰন্থকাৰ সকলৰ লেখাত যিমান খিনি বিদ্যাবৰ্ত্তা সৌন্দৰ্য্যজ্ঞান বা ভাষাৰ ওপৰত আধিপত্য প্ৰকাশ পায়, তেওঁলোকৰ অন্তৰত তাতোকৈ বেছি জমা থাকিব লাগে। কিন্তু সাধাৰণতঃ যিবোৰ কিতাপ আমাৰ ভাষাত প্ৰকাশ হৈছে, সেইবোৰে গ্ৰন্থকাৰ সকলৰ এই গুৰুভাৱৰ পৰিচয় নিদিয়ে। বহু গ্ৰন্থকাৰৰ পক্ষে এখনৰ পিছত আৰু এখন গ্ৰন্থ লিখিবৰ ভাৱ আৰু ভাষা নাইকীয়া হেন হয়। ইয়াৰ প্ৰধান কাৰণ পঢ়া আৰু

চিন্তাৰ অভাৱ। গ্ৰন্থ আৰু প্ৰবন্ধ আদি প্ৰণয়ন কৰিবলৈয়ো কঠোৰ পঢ়া আৰু চিন্তাৰ আৱশ্যক হয়। আমাৰ পঢ়া শুনাত কঠোৰ পৰিশ্ৰম কেৱল কেৱল ইউনিভাৰ্চিটিৰ পৰীক্ষা পাচ কৰিবলৈকেহে লাগে। স্কুল বা কলেজৰ পৰা ওলাই আহি অইন কাম কৰাৰ লগে লগে, তেওঁলোকে গ্ৰন্থ ৰচনা আদি কামত হাত দিয়ে। সাহিত্য সাধনাত যে পৰীক্ষা পাচ কৰাতকৈ বেছি পঢ়া শুনা লাগে সেইটো তেওঁলোকে নাভাবে। সামাজিক বা ৰাজনৈতিক ক্ষেত্ৰত দেশ সেৱা কৰিবলৈ যেনেকৈ ত্যাগ আৰু কঠোৰ সংযম লাগে, সাহিত্যৰ ভিতৰেদিও দেশ সেৱা কৰিবলৈকো ত্যাগ আৰু পৰিশ্ৰম লাগে। যেনেকৈ প্ৰকৃত দানৰ নিমিত্তে ধন আৰু মন দুয়োৰো প্ৰাচুৰ্য্য লাগে, সাহিত্যৰ ভিতৰেদি যি দান তাৰ নিমিত্তে জ্ঞান আৰু মনৰ উৎকৰ্ষ সাধন আৱশ্যক।

প্ৰত্যেক সাহিত্যিকেই নিজে নিজে কেতবোৰ বিশ্ববৰেণ্য কবি বা গ্ৰন্থকাৰৰ পুস্তকাৱলী ভালকৈ পঢ়ি নিজৰ মন উদাৰ কৰিব লাগে। তেওঁলোকৰ ভাৱ আৰু ভাষাৰ প্ৰণালী পৰ্য্যবেক্ষণ কৰি নিজ নিজ মন গঢ়ি লব লাগে। লগে লগে ভ্ৰমণ, চিন্তা, পৰিপাৰ্শ্বিক অৱস্থা আদিৰ বিশ্লেষণ কৰি মানৱ চৰিত্ৰৰ জটিল ৰহস্যবোৰ হৃদয় মঙ্গল কৰিব লাগে। এই খিনি সম্বল গোটাই লই সাহিত্য ক্ষেত্ৰত অৱতীৰ্ণ হলে ভাষা অৱলীলা গতি আৰু ভাৱৰ অফুৰন্ত প্ৰৱাহৰ পৰিচয় ছত্ৰে ছত্ৰে ফুটি ওলাব। দকৈ নাদ খান্দি ললে পানীৰ অভাৱ নহয়, সেইদৰে দকৈ মন এবাৰ চহাই ললে ভাৱ আৰু ভাষা আপোনা আপুনি আহি থাকে। প্ৰত্যেক উন্নত জাতিৰ সাহিত্যতেই ভাৱ আৰু ভাষাৰ এটি ক্ৰম বিকাশ পোৱা যায়। ইয়াৰ কাৰণ এক যুগৰ লেখক সকলে, আগৰ যুগৰ লেখক সকলে য'ত শেষ কৰে, তাৰ পৰা আৰম্ভ কৰে। দ্বিতীয়তঃ জাতীয় জীৱন ক্ৰম বিকাশশীল আৰু সাহিত্য জাতীয় জীৱনৰ অনুৰূপ হোৱাৰ কাৰণেই ইয়াতো বিকাশৰ বেলেগ বেলেগ স্তৰ দেখিবলৈ পোৱা যায়।



ইউৰোপীয় সাহিত্যিক সকলে প্ৰথমতেই গ্ৰীক আৰু লেটিন ভাষাৰ সাহিত্যবোৰৰ মূল ভাষা আৰু অনুবাদ পঢ়ি লয়। আমাৰ দেশৰ সাহিত্যিক সকলেও অতি কম পক্ষেও ৰামায়ণ মহাভাৰত আৰু ভাগৱত আদি কেতবোৰ সংস্কৃত পুৰণি গ্ৰন্থ পঢ়ি লোৱা উচিত। সংস্কৃত জনাবোৰে মূল ভাষাত আৰু নজনাবোৰে আমাৰ ভাষাত থকা অনুবাদ গ্ৰন্থবোৰ পঢ়ি লৈ নিজৰ আৰু আন আন দেশৰ শ্ৰেষ্ঠ লেখক সকলৰ গ্ৰন্থবোৰ আয়ত্ত কৰি ললে আমাৰ বৰ্ত্তমান সাহিত্যত আমি যিবোৰ দোষৰ কথা উন্নুকিয়াইছোঁ, সেইবোৰ ততালিকে নাইকীয়া হব।

গুৱালপাৰা জিলাৰ অধিবাসী যে অসমীয়া নহয়, তাক কোৱা শুন নাই, কিন্তু তেওঁলোকৰ ভাষা যে অসমীয়া নহয় এই কথা প্ৰতিপন্ন কৰাৰৰ বিশেষ চেষ্টা চলিছে, তাক স্পষ্টকৈ দেখা যায়। ধুবুৰীত বহা যোৱা সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি মেছপাৰাৰ জমিদাৰ শ্ৰীযুত ৰবিন্দ্ৰনাৰায়ণ চৌধুৰী ডাঙৰীয়াই তেওঁৰ অভিভাষণত কোৱা "মোৰ ভাষা অসমীয়া নহয়" এই কথাকে খামুছি ধৰি আৰু তাকেই বিশেষ প্ৰমাণ স্বৰূপ দাখিল কৰি গুৱালপাৰা জিলাত বঙ্গলা ভাষা চলোৱা উচিত বুলি কিছু গন্য-মান্য লোকে প্ৰজা সাধাৰণৰ ভিতৰত আন্দোলন কৰা কথা আমি দেখিছোঁ আৰু শুনিছো। যি মন কৰে তেওঁ বঙ্গালী শিক্ষাত বা কোৱাত কাৰো আপত্তি কৰা উচিত নহয়। কিন্তু গুৱালপাৰা জিলাৰ অধিবাসী সকলৰ মাতৃভাষা বঙ্গলা বুলি কলে তাত আমি দুৰ্যোৰ প্ৰতিবাদ নকৰি নোৱাৰিম। শ্ৰীযুত ৰবিন্দ্ৰনাৰায়ণ চৌধুৰীয়েও তেওঁৰ মাতৃভাষা বঙ্গালা বুলি কোৱা নাছিল। বঙলা ভালকৈ কব নোৱাৰা, ইংৰাজীতে চিঠি পত্ৰ লিখা অনেকে লৰা ছোৱালীৰ সৈতে হিন্দুস্থানী বা ইংৰাজীতে কথা বাৰ্ত্তা কোৱা বহুতো ভাৰতবাসী আছে বুলি সকলোৱে জানে। সেই দেখিয়েই তেওঁবিলাক ইংৰাজ বুলি বা তেওঁবিলাকৰ মাতৃভাষা বঙ্গলা বা হিন্দী নহয় বুলি কোৱা শুনা নাযায়। দুই চাৰিদিন বিলাতত বাস কৰা ভাৰতবাসীয়ে

ইংলণ্ডক হোম বোলা মাজে সময়ে শুনা গৈছিল, কিন্তু আজিকালি সেই বিষয়ে আত্মসম্মান বোধ হীন বুলিয়েই হয়। সকৰে পৰা বিদেশী ভাষা শিক্ষা সমুলি মাতৃভাষা নজনা স্বৰ্গীয় কবি মাইকেল মধুসূদন দত্তয়ো যদি আদহীয়া বয়সত মাতৃভাষা শিকা উচিত বুলি ভাবিছিল, পণ্ডিত ৰাখি মাতৃভাষা শিকিছিল আৰু শিকি বঙ্গ সাহিত্যৰ জেউতি চৰাই বঙ্গ জননীৰ মুখ উজ্জ্বল কৰিব পাৰিছিল অসমীয়া নজনা মাতৃবৎসল গুৱালপাৰাবাসী সকলেও এদিন মাতৃভাষা শিকি এদিন অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি কৰি অসম মাতৃৰ চকুলো মচিব তাত মোৰ সন্দেহ নাই। এই সজ কামত প্ৰান্তবাসী আৰু ভাৰতবাসীৰো সহায় পাম বুলি আশা কৰিছোঁ। আসাম প্ৰবাসী বঙ্গালী আৰু অসমীয়াৰ ভিতৰত ক্ষুদ্ৰ স্বাৰ্থ ঘটিত বিৰোধ নাই বুলি কলে সচাঁত নবব। কিন্তু জাতীয়তা জ্ঞানৰ লগে লগে ক্ষুদ্ৰ স্বাৰ্থ লই পাব আৰু প্ৰাদেশিক অধিকাৰৰ সামঞ্জস্য হৈ সাম্য মৈত্ৰীভাৱ হব বুলি মোৰ বিশ্বাস।

আসাম জননীৰ বৰ্ত্তমান দুৰ্ভাগ্য আৰু দুৰাৱস্থা দেখি জনদিয়েক প্ৰান্তবাসীৰ পৰামৰ্শত গুৱালপাৰা আৰু ধুবুৰীবাসী কেইজন মান সুযোগ্য পুত্ৰয়ো আজি তেওঁক এৰি সুভগা বঙ্গ জননীৰ ওচৰ চাবলৈ মন মেলিছে। মাতৃভাৱেৰে তেওঁ বিলাকক সাৱটি ধৰি আসাম আইৰ অন্তৰত বই থকা চেনেহৰ নিজৰাৰ পৱিত্ৰ ধাৰা দেখুৱাই তেওঁলোকক ঘৰ এৰি অঘৰী নহবলৈ সাহিত্য সভাৰ জৰিয়তে কাকুতি মিনতি কৰিব লাগিব। যদিও তেওঁ বিলাকে বঙ্গ জননীৰ সম্পদ লৈ চাই দুখত ম্ৰিয়মান আইক এৰি থবলৈ ওলাইছে তথাপি আইৰ সাদৰি মাত শুনিবলৈ তেওঁলোকৰ হিয়া পমি যাব, তেওঁলোকেই আগ বাঢ়ি আইৰ লাজ, আইৰ দুখ গুচাবৰ কাৰণে অহো পুৰুষাৰ্থ কৰিব বুলি মোৰ ধ্ৰুৱ বিশ্বাস। সাহিত্য সভাই আসাম জননীৰ সাদৰি মাত গুৱালপাৰা, ধুবুৰী, নহয় কুচবিহাৰ, ৰংপুৰ আদি ঠাইৰ আইক এৰি যোৱা পাহৰি থকা পুত্ৰ সকলকো শুনাব লাগিব। মৰম



চেনেহ বিলাই তেওঁবিলাকক স্বদেশলৈ আই মাতৃৰ কোলালৈ আনিব লাগিব। সাদৰি মাত কাতৰ, আহ্বান, চন্দ বন্ধা গ্ৰন্থগীত আদি শতমুখী সাহিত্য সাধানাৰ দ্বাৰাই দেশ বিদেশ প্লাৱিত কৰিব লাগিব। আসাম মাতৃৰ চেনেহে ব্ৰহ্মপুত্ৰৰ হিয়া ওপচাই গঙ্গা যমুনাক হিয়াত সাৱটি লই সমুদ্ৰৰ বিশাল বক্ষ উত্ৰাৱল কৰি তুলিব লাগিব। তেহে আই মাতৃৰ মুখ উজ্জ্বল হব। তেহে সাহিত্য সভাৰ সাৰ্থকতা হব। তেহে এই আসামতেই দেৱাঃ মৰণমিচ্ছন্তি এই ঋষি বাক্যৰ সাৰ্থকতা প্ৰতি পন্ন হব।

## "নবীন-স্মৃতিত" তৰুণৰাম ফুকন

ইংৰাজী ১৯৩৬ চনত ''নবীন-স্মৃতিত'' তৰুণৰামে এইদৰে মত প্ৰকাশ কৰিছিল ঃ—স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া বয়সত মোতকৈ পাঁচ বছৰ মানে ডাঙৰ। মই ১৮৯৬ চনত কলিকতালৈ গৈয়ে তেখেতক লগ পাওঁ। মই ইডেন হিন্দু হোষ্টেলত থাকি প্ৰেচিডেন্সি কলেজত পঢ়োঁ, তেখেতে ল পঢ়ে। গৰমৰ বন্ধত হোষ্টেল বন্ধ হয়, কিন্তু মই ঘৰলৈ নাহি থকা ঠাই বিচৰাত বৰদলৈ ডাঙৰীয়াই তেখেতৰ লগত থাকিবলৈ সাদৰে নিমন্ত্ৰণ জনালে আৰু বৰ আদৰেৰে ৰাখিলে। তেতিয়াৰে পৰা তেখেতৰ লগত মোৰ বিশেষ জনা-শুনা, কিন্তু বয়সত ডাঙৰ গুণে সেই সময়ত তেখেতৰ লগত মোৰ বন্ধুতা হোৱা নাছিল, বৰং শ্ৰদ্ধা আৰু ভক্তি কৰি চলিছিলোঁ আৰু তেখেতৰ মৰম চেনেহ পাইছিলোঁ। তেখেতে ল পাছ কৰি গুৱাহাটীলৈ উভতি আহি ওকালতি আৰম্ভ কৰিলে। মই গলোঁ বিলাতলৈ। বিলাতৰ পৰা উভতি আহি লই হাইকোৰ্টত প্ৰেক্‌টিছ আৰম্ভ কৰি কলিকতাতে ৰলোঁ, তেওঁ ইয়াতে ওকালতি কৰি থাকিল। মই যেতিয়া গুৱাহাটীলৈ উভতি আহিলোঁ, তেখেতে হাইকোৰ্টৰ এড ভোকেট হৈ তাতে প্ৰেক্‌টিছ আৰম্ভ কৰিলে, প্ৰায়ে লগ পোৱাপোৱি হয়, আৰু উভয় পক্ষৰ বন্ধুৰ জৰীয়তে আমাৰ সম্বন্ধ বন্ধুত্বত পৰিণত হয়।

মই ১৮৯৬ চনৰ পৰাই কংগ্ৰেছত যোগ দিওঁ। মই গুৱাহাটীলৈ অহাৰ পৰা কংগ্ৰেছত যোগ দিয়াৰ সুবিধা কমিল। কিন্তু বৰদলৈ ডাঙৰীয়া কলিকতাত থাকি কংগ্ৰেছত যোগ দিবলৈ সুবিধা আৰু সুযোগ পালে। শেহত কংগ্ৰেছে অসহযোগ পন্থা গ্ৰহণ কৰাত বৰদলৈ ডাঙৰীয়াই সেই সেই পন্থা লৈ অসমত অসহযোগ মন্ত্ৰত দীক্ষা দিবলৈ আৰম্ভ কৰিলে। দীক্ষা ললে পোনতে ডেকা উকীল শ্ৰীযুত গোপীনাথ বৰদলৈ, মৌলবী তৈয়বউল্লা, শ্ৰীযুত কালিপ্ৰসাদ বৰুৱা আৰু জনদিয়েক ডেকাই। মোৰ তেতিয়া প্ৰেক্টিছ ভাল দৰে চলিছে; তদুপৰি মই ল কলেজৰ শিক্ষক। সাতে পাচে সেই আন্দোলনত মই যোগ দিয়া নাছিলোঁ। সেই কথালৈ বৰদলৈ ডাঙৰীয়াই প্ৰায়ে মোক ঠাট্টা বিদ্ৰূপ কৰে আৰু সেই বাবেই মই তেওঁৰ পৰা আঁতৰি চলিছিলোঁ, ফলত মই এবছৰ সেই আন্দোলনত যোগ দিয়া নাছিলোঁ। এদিন তেওঁ মোৰ ঘৰলৈ আহি যোগ দিবলৈ বিশেষকৈ অনুৰোধ কৰিলে আৰু কলে "মই যথেষ্ট চেষ্টা কৰি চালোঁ, কিন্তু আপুনি যোগ নিদিলে মই অকলে এই আন্দোলন চলোৱা অসম্ভৱ, দিয়ে যদি যোগ দিয়ক, নহলে ময়ো এৰি দিম"। কথা যি দৰে কলে মোৰ মনত লাগিল। মই প্ৰতিশ্ৰুতি দিলো যে ভাবি-চিন্তি তিনি দিনৰ মূৰত সমিধান দিম। তেখেতৰ পৰা বিশেষ উদগণি নোপোৱা হলে সম্ভৱতঃ মোৰ অসহযোগ আন্দোলনত যোগ দিয়া নহলহেতেন। যোগ দিওৱা বাবে মই তেখেতৰ ওচৰত ঋণী। তেওঁৰ ঐকান্তিকতা আৰু আগ্ৰহ মোৰ এতিয়াও মনত আছে, আৰু মনত আছে আগেয়ে বিদ্ৰূপ কৰি মোক তেওঁৰ ফলীয়া কৰিবৰ চেষ্টা কৰা বাবে তেওঁৰ অকপত আক্ষেপ। তিনি দিনৰ দিনা মোক পুনৰ লগ ধৰিলে আৰু ডিঙিত সাৰটি ধৰি কাৰ্য্যত যোগ দিবলৈ অনুৰোধ কৰিলে, ময়ো মান্তি হলো। সেই দিনাৰে পৰা কৰ্ম্মক্ষেত্ৰত মই তেওঁৰ অনুগামী হ'লো। মই অনুগামী হ'লো হয় কিন্তু কাৰ্য্যত তেখেতে মোক সদায় সকলো কথাতে আগবঢ়াই দি চলিছিল,



মোৰ প্ৰতি তেখেতৰ স্নেহ সদায় অটুত আছিল। বহুতে ভাবিব পাৰে আৰু বোধ কৰোঁ কিছুমানে ভাবিছিলো যে এচেম্ব্লি নিৰ্বাচন লৈ আমাৰ ভিতৰত মনোমালিন্য হৈ গৈছিল, কিন্তু সেইটো সৰ্ব্বতো ভাৱে মিছা। তেখেত দিল্লীত থাকোতে, মই তালৈ যাব লগীয়া হ'ল। গৈ পায়ে তেখেতক লগ পালোঁ। দেখা পায়ে সাৱট মাৰি ধৰি কিমান যে সমাদৰ জনালে তাক ভাবিলে শোকে খুন্দা মাৰি ধৰে। যদিও অকমান কথাতে তেখেতৰ টিকিচাই খং উঠিছিল, সেই খং খন্তেকীয়া নিমিষতে নুমাই যায়। যদিও কৰ্ম্মত স্বভাৱ দৃঢ় আৰু ধীৰ, প্ৰকৃতিত তেখেত শিশু-সদৃশ আছিল। শত্ৰু হওক মিত্ৰ হওক নিজৰ দুখ নিবেদন কৰিলেই গলি গৈছিল। শত্ৰুভাৱে তেখেতক জয় কৰা টান আছিল, কিন্তু মিত্ৰভাৱে তেখেতক বশ কৰি ৰখা অতি সহজ আছিল। তাৰে সুবিধা লৈ কিছুমান লোকে তেখেতক মোৰ পৰা আঁতৰাই ৰাখিবৰ চেষ্টাও কৰিছিল। ভাৱ প্ৰৱনতা তেখেতৰ অত্যাধিক পৰিমাণে আছিল আৰু তেখেতৰ অন্তঃকৰণ খনো অতিশয় সৰল আৰু উচ্চস্বৰণৰ আছিল বুলিয়েই স্পষ্ট কথা কৈ সময়ত অনেকৰ বিৰক্তি ভাজনো হৈছিল। কিন্তু উদাৰতাত শত্ৰুকো জয় কৰিব পৰা শক্তি ভগৱন্তে তেখেতক দিছিল। তেওঁ একনিষ্ঠ দেশ-সেৱক আছিল, তাত কাৰো সন্দেহ থাকিব নোৱাৰে। নিজৰ মত প্ৰৱৰ্ত্তাবৰ ইচ্ছা কৰিলে তেখেতৰ মতৰ প্ৰতিবাদ নকৰি তেওঁৰ মতৰেই পোষকতা কৰিব লাগে, তেতিয়া অতি সহজেই তেওঁক নিজ মতলৈ আনিব পৰা সহজ হয়। আৰ্থিক অৱস্থা বিষয়ে তেখেত উদাসীন আছিল। কালিলৈ কি হ'ব এই কথা তেখেতে অকনো নাভাবিছিল। অসহযোগ আন্দোলন চলি থাকোঁতে আৰু বিশেষকৈ ১৯৩০ চনৰ আন্দোলনৰ সময়ত মই তেখেতক বিশেষকৈ অনুৰোধ কৰিছিলোঁ কাউন্সিললৈ গৈ মন্ত্ৰী পদ গ্ৰহণ কৰিবলৈ। মই বাহিৰত থাকিম, তেখেতে ভিতৰত থাকি সহায় কৰিব, এয়ে মোৰ অভিপ্ৰায়

আছিল, কিন্তু তাত মান্তি নহৈ মোকেই যাবলৈ কয়। বহুতো তৰ্কযুক্তিৰ পিছত মই যাবলৈ সন্মত হোৱাত অলপ পৰ ভাবি গুণি থাকি কলে "আমি বুঢ়া দুজন নোযোৱাই ভাল, দেখোচোন ক'ৰ পানী ক'লৈ যায়"। ময়ো সেই কথাতেই মান্তি হবলৈ বাধ্য হলোঁ। কংগ্ৰেছক অসমলৈ নিমন্ত্ৰণ কৰাৰ সময়ত মই উপস্থিত নাছিলোঁ। আগ ৰণুৱা হৈ কংগ্ৰেছ আনে তেখেতেই। মই অসমৰ অৱস্থালৈ চাই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিবলৈ "বৰদলৈ" আৰু "চলিহা" ডাঙৰীয়াক বিশেষ অনুৰোধ কৰিছিলোঁ। কিন্তু বৰদলৈ ডাঙৰীয়াই অটল অচল দৃঢ় প্ৰতিজ্ঞ, কংগ্ৰেছৰ লগত মৰো যদিও সিও ভাল কিন্তু কংগ্ৰেছ পাতিবই লাগিব। এই প্ৰতিজ্ঞাৰ পৰা ভঙাই ভুলায়ো বিচলিত কৰিব নোৱাৰিলোঁ! পৰিনামত আগাৰ কি দুৰৱস্থা হৈছিল তাক সকলোৱে জানে। দেশৰ কাৰণে আত্মত্যাগ কৰিব পৰা মানুহ যদি অসমত আছে, তেন্তে সেই সকলৰ অগ্ৰগণ্য নবীনচন্দ্ৰ আছিল বুলি ডাঠি কব পাৰো। যথাৰ্থতে তেখেত কৰ্ম্মবীৰ আছিল। শৰীৰৰ বল নাই, স্বাস্থ্যৰ পিনে দৃষ্টি নাই, পথ্যাপথ্যৰ বিচাৰ নাই, পৰিবাৰ সচ্ছলতাৰ পিনে লক্ষ্য নাই, একনিষ্ঠ দেশ-সেৱক আছিল নবীনচন্দ্ৰ। মটৰ দুৰ্ঘটনা হোৱাৰ পিছত এদিন কোনোবাই সহানুভূতি প্ৰকাশ কৰিবৰ মনেৰে "বুঢ়া বয়সত এইদৰে মটৰ চলোৱা ভাল নহয়" এই বুলি কলে, কোৱা মাত্ৰকে অগ্নিশৰ্ম্মা হৈ কৈ উঠিল। কিহৰ বুঢ়া? "বুঢ়াৰ লক্ষণ কি দেখিছা" তোমাৰ দৰে জুহালত বহি উম লৈ থাকিলেহে হব, মই নোৱাৰোঁ তেনেকৈ চলিব। বিচনাত পৰি থকাতকৈ মৃত্যুও ভাল এই কথা মৃত্যু শয্যাত শুই শুই মোক কৈছিল! কোনে ভাবিছিল ভগৱন্তে তাতেই তথাস্তু বুলিব! অসমৰ দুৰ্ভাগ্য! এনে সময়ত এনেকুৱা বীৰ সন্তান তিৰোহিত হ'ল।

বৰ্ত্তমান সময়ত চকু ফুৰাই চালে দেখা যায় যেন বিধাতাই দেশ মাতৃকাৰ ওচৰত প্ৰত্যেক প্ৰদেশৰ শ্ৰেষ্ঠ দান বিচাৰিছে। দাতাকৰ্ণ ই



নিজ পুত্ৰক দান দিয়াৰ দৰে অসমী আয়ে তেখেতক শ্ৰেষ্ঠ দান স্বৰূপে আগ বঢ়াই দিলে তেওঁৰ সুযোগ্য পুত্ৰ বীৰ নবীনক! শোকাতুৰা জননী আজি ম্ৰিয়মানা, কিন্তু দানৰ গৌৰৱত ধন্যা। কৰ্ম্মক্লিষ্ট নশ্বৰ দেহা ধাতৃ ধৰিত্ৰীৰ কোলাত লৈ অক্ষয়কীৰ্ত্তি নবীনচন্দ্ৰই মাতৃকোলাত আশ্ৰয় ললে। তেখেতৰ পুণ্যাত্মাই অসমক ধন্য পৱিত্ৰ আৰু শ্ৰীসম্পন্না কৰি ৰাখক এয়েই আমাৰ কামনা, এয়েই আমাৰ প্ৰাৰ্থনা। তেখেতৰ পুণ্য স্মৃতি ৰক্ষাৰ কাৰণে সদৌ অসমবাসীয়ে যত্ন কৰা উচিত।

## তিৰোঁতাৰ সমস্যাত "তৰুণ"

"তিৰোঁতাৰ অধিকাৰ":— আদি যুগত স্ত্ৰী-পুৰুষ দুয়ো সমান আছিল আৰু সৰ্ব্ব বিষয়তে সমান অধিকাৰ আছিল। কিন্তু যুগ পৰিবৰ্ত্তনৰ লগে লগে স্বাৰ্থপৰ মুনিহে প্ৰিয় সহচৰীক ন্যায্য অধিকাৰৰ পৰা ক্ৰমে বঞ্চিত কৰি নিজ অধিকাৰ প্ৰবৰ্ত্তাবলৈ আৰম্ভ কৰিলে আৰু সেই অন্যায় কাৰ্য্যৰ ফলত প্ৰিয়তমা পত্নী গৃহাৱৰুদ্ধা শিক্ষা শূন্যা, গৃহকাৰ্য্য পৰিচালনৰতা সেৱাদাসী আৰু স্বামীৰ ক্ৰীড়া পুতলিত পৰিণত হ'ল।

মুনিহ বীৰে অজান ভাৱে প্ৰতিপন্ন কৰিলে যে তিৰোঁতাৰ কৰ্ত্তব্য পুৰুষক গৃহকাৰ্য্য পৰিচালনাত সহায় কৰা আৰু সৰ্ব্বপ্ৰকাৰে পুৰুষ আদৰ্শ, উপদেশ মানি তেওঁলোকৰ মন যোগাই চলা। সৰল তিৰোঁতাই পুৰুষৰ এই প্ৰৱঞ্চনাত সহজে ভোল গ'ল! কবিয়ে গালে পদুম বুলি পৰি বন্দী হ'ল ভোমোৰা কি ভোল, কি ভোল, ভোঁল! কবিয়ে আকৌ গালে কনাকৈলে ৰেণু কেনেকৈ উৰিবি কাইটে বিন্ধিব পাৰ। সুখসৰোঁৱৰত পাৰি দি যাওঁতে মাজতে বুৰালি নাও! আজি পুৰুষ নিজ স্বাৰ্থ যুদ্ধত মত্ত, তিৰোঁতাৰ দুমুনিয়াহে পুৰুষৰ কঠিন হিয়াত নিষ্ফল ঘাট প্ৰতিঘাট কৰি উভটি আহি ভগা হিয়াতেই লয় পায়।

পুৰুষৰ অন্যায় বিধানত, অবাধ অত্যাচাৰত অপ্ৰতিহত স্বেচ্ছাচাৰিতাত তিৰোঁতাৰ বল, মেধা প্ৰতিভা, দীপ্তি, কান্তি ক্ৰমে লোপ পাই আৰু আগ্ৰহ শূন্য নিৰাশ জীৱন নিমাতে চকুলো টুকি নিয়াবলৈ বাধ্য হয়। সহায় নাই, সহানুভূতি নাই, কিন্তু ইচ্ছায়-অনিচ্ছায়, মাতৃত্বৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিবই লাগিব। এনে অৱস্থাত তিৰোঁতাৰ জীৱন হয় নিৰাশাতে জঁই পৰি যায়, নহয় অশান্ত মনে বিদ্ৰোহী হৈ উশৃঙ্খল গতি ধৰে বহুমূলীয়া স্ত্ৰী জীৱন ব্যৰ্থ হৈ যায়। সম্পত্তিৰ অধিকাৰী অহঙ্কাৰী পুৰুষে সম্পত্তিহীনা তিৰোঁতাক অৱহেলা কৰি চলা সহজ হয় আৰু স্বাধীনতা বিহীনা স্ত্ৰী-পুৰুষৰ স্থাৱৰ সম্পত্তিৰ ভিতৰত ধৰা হয়। এই বিচাৰ মতে তিৰোঁতাক তিনি ভাগত ভাগ কৰা হয়। প্ৰথম ঘৰ চলোৱা, দ্বিতীয়তে লৰ-ছোৱালীক আপডাল কৰা, তৃতীয়তে ইচ্ছায়-অনিচ্ছায় স্বামীৰ কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰা। কত শত বুদ্ধিমতী, কাৰ্য্যক্ষমা, সহৃদয়া, প্ৰতিভাশালী তিৰোঁতাই এই ধিক্কৃত জীৱন নিয়াব লাগিছে তাৰ সম্বাদ কোনে লৈছে? এই অবিচাৰৰ অনুমাত্ৰ প্ৰতিবাদ কৰা মাত্ৰই আত্মাভিমানী, মদগৰ্ব্বী, স্বাৰ্থপৰ বুলিহে তিৰোঁতাক ব্যভিচাৰৰ অপবাদ দি সমাজৰ পৰা বাহিৰ কৰি দি নিঃসহায় জীৱন বিষময় কৰি দিয়ে। এয়ে তিৰোঁতাৰ প্ৰকৃত অৱস্থা। পুৰুষে ইয়াৰ প্ৰতিকাৰৰ ভাৰ লবনে? তিৰোঁতাই পুৰুষৰ মুখলৈ চাই কৃপাপ্ৰাৰ্থী হৈ বৈ থাকিবনে নিজেই প্ৰতিকাৰৰ চেষ্টা কৰিব?

## "ফুকনৰ" নাৰী-তত্ত্ব

"জীৱনসঙ্গিনী":— তিৰোঁতা কেৱল শয্যাশায়িণি বা কাম চৰিতাৰ্থত খেলাৰ পুতলি বা ভোগবিলাসৰ বস্তু নহয়। তেওঁবিলাক আচলতে "পূজাৰ্হা গৃহদীপ্তয়" অৰ্থাৎ পূজাৰ যোগ্যা আৰু গৃহৰ স্বৰূপা ধৰ্ম্ম অৰ্থ কাম মোক্ষ এই চতুৰ্ব্বৰ্গ সাধনৰ সহায় কাৰিণী



প্ৰজা সৃষ্টিৰ আৰু প্ৰজা পালনৰ অধিষ্ঠাত্ৰী দেৱী। বাই-ভনী প্ৰীতি, মাতৃ-স্নেহ, ৰমণীৰ প্ৰেম মনুষ্যত্ব বিকাশৰ প্ৰধান উপাদান। সেই শক্তি ৰূপা জগমোহিনী শিক্ষা শূন্য কৰি গৃহাভ্যন্তৰত অৱৰুদ্ধ কৰি পৰিচাৰিকা বা কাম-বিলাসিনী কৰি ৰখা পাপতেই আজি আমাৰ এনে দুৰ্দ্দশা। যেতিয়ালৈকে লাঞ্ছিতা মাতৃ জাতিৰ অপমান দূৰ কৰিব পৰা নাযায়, যেতিয়ালৈকে অনুচৰী স্ত্ৰীক সহচৰী কৰা নহব, ৰিতশ্ৰদ্ধা কাম পত্নীক যেতিয়ালৈকে পৰম শ্ৰদ্ধাস্পদা সহধৰ্ম্মিনী কৰি লোৱা নহব, তেতিয়ালৈকে আমাৰ উদ্ধাৰ নাই। নিজে শিক্ষা লাভ কৰি তেওঁলোকক উপযুক্ত শিক্ষা দিয়াই মুক্তিৰ একমাত্ৰ পন্থা। স্বামী গত প্ৰাণা ষৈণীয়ে আবেগ পূৰ্ণ হিয়া লৈয়ো অলপ লাজৰ কাৰণে; অলপ সঙ্কোচৰ কাৰণে, আত্ম প্ৰকাশ কৰিব নোৱাৰাৰ গতিকে স্বামীৰ মনস্তুষ্টি সাধিব নোৱাৰে। দোষ কেৱল একপক্ষৰ বুলিলে সচা কোৱা নহব। কাৰো দোষ নহলেও ছুয়ো ছুয়োকো বুজাৰ ভুলত, ভালকৈ বুজিবৰ চেষ্টাৰ অভাৱত, দুটি মধুময় জীৱন লাহে লাহে নিৰাশাত জঁই পৰি যায়। দোষ ধৰিবলৈ বিশেষ একো নাই, খুজিবলৈ দিবলৈ একো নাই, তথাপি কিবা যেন দিয়া নাই, কিবা যেন পোৱা নাই এই ভাবেই জীৱনৰ উজ্জ্বলতা হৰণ কৰি নিয়ে। অকনমান ভুল, এধামান ভ্ৰান্তি এখুদমান উদাসীনতা, এচিকুটমান অৱহেলাৰ কাৰণে কাম-কলা কুশলা, কামোন্মাদীনি কন্দৰ্প দৰ্পা পহা স্বামী চিত্ত বিভ্ৰান্ত কাৰিণী প্ৰিয়তমা প্ৰণয়িণী নহৈ কেৱল ৰন্ধন পৰিবেশন নিপুন গৃহপৰিচালনৰতা, ভৃত্য নিসুদনা পৰিজন সমাদৃতা গৃহিনী হৈ মন্থৰ গতিত আগ্ৰহ শূন্য দীৰ্ঘ জীৱন অতিবাহিত কৰে, কিন্তু বসন্তৰ মধুৰ সমাগমত কলিয়া ভোমোৰাৰ সুমধুৰ গুঞ্জন গীতত কুলিৰ মৌ সনা মাতত, মলয়াৰ শীতল পৰশত যেনেকৈ পাতৰ বুকুত লুকাই থকা কোমল কলিটি ধীৰে ফুলি উঠে অন্তৰৰ গোটেই সৌন্দৰ্য্য, গোটেই সুগন্ধি গোটেই মধু উপৰাচি বিলায় দিয়ে, সেইদৰে লাজত জঁই পৰা, পৰশত পমি যোৱা অজান

ভয়ত বুকু কপা কওঁ কওঁ বুলি কব নোৱাৰা অজলী সঙ্গিনীটিক চেনেহ পৰশত বিকশিত কৰিব লাগিব, প্ৰীতি আৰু প্ৰেমপূৰ্ণ শুৱলা মাতেৰে মুগ্ধ কৰি আদৰ সম্ভাষণেৰে মোহিত কৰি, ধীৰে লাজ আবৰণ আঁতৰাই বুকু সাৱটি ললে ৰমণীৰ অন্তৰৰ অনন্ত সৌন্দৰ্য্য উদ্ভাসিত হৈ জগতক দীপ্তিমন্ত কৰিব। প্ৰণয় আলিঙ্গনৰ প্ৰেমস্পৰ্শত অন্তৰনিহিত অক্ষয় অমৃত ধাৰা উচ্ছাসিত আৰু প্ৰৱাহি কৰি দেহ মন প্ৰাণ শান্ত শীতল কৰি দিব, তেতিয়া দম্পতি জীৱন সাৰ্থক হব; সংসাৰ অক্ষয় আনন্দৰ আধাৰ হব; পৃথিবীত স্বৰ্গৰাজ্য স্থাপিত হব। পৰৰ দুঃখ পতিয়াব শিকিবা, তেহে তোমাৰ দুঃখ লাঘৱ হব।

## "তৰুণৰামৰ" হাতী চিকাৰ

ইংৰাজী ১৯৩৭ চনত হঠাৎ খবৰ পালোঁ দীপৰত হাতী নামিছে। দীপৰ এখন ডাঙৰ বিল গুৱাহাটীৰ পৰা ন মাইল মান দূৰত। খবৰ পায়েই অলপ বয়-বস্তু লৈ মটৰেৰে যাত্ৰা কৰিলোঁ চাৰি মান বজাত।

স্থানীয় চিকাৰী বলবাহাদুৰৰ লগত পৰামৰ্শ কৰি ৰাতি হাতী নোজোকাই পুৱাতে পৰ্ব্বতলৈ বিচাৰি যোৱাকে ঠিক কৰিলোঁ আৰু সেইমতে কাউৰীয়ে কা নৌকৰোতেই বলবাহাদুৰক পঠিয়ালোঁ খবৰ লবলৈ। এঘাৰটামান বজাত উভতি আহি খবৰ দিলে হাতী পোৱা বুলি চাৰি মাইল মান দূৰত পৰ্ব্বতৰ ওপৰত।

কিন্তু খবৰ দিয়াৰ লগে লগে ক'লে যে বাট অতি দুৰ্গম নাই বুলিয়েই হয়। হাবি ভাঙি বাট উলিয়াই যাব লাগিব, হাতীয়ে দেখিলে পোলোৱা টান ইত্যাদি, ইত্যাদি কথা কৈ। মই পৰ্ব্বতলৈ হাতী বিচাৰি যোৱাত উৎসাহ দিয়া দেখা নগ'ল। এবেলি ভাবিলোঁ পৰ্ব্বতলৈ যোৱা আশাঁ এৰি দি ৰাতি বিলতে টৰ্চ দি কিবা কৰিব পাৰিনে চাও, আকৌ ভাবিলোঁ বিলত হাতে হাতে লগ পোৱা টান। দূৰৈৰ পৰা



গুলিয়াই হাতী মৰা সম্ভৱ হব পাৰে কিন্তু ঠাইতে বগৰাব নোৱাৰিলে হাতী বিচাৰি পোৱা টান। হাতী মৰাৰ লোভ সামৰিব নোৱাৰি শেহত যোৱাকে ঠিক কৰিলোঁ। দুপৰীয়া বাৰমান বজাত বলবাহাদুৰ, মাধৱ, এজন নিকিৰ আৰু মই দুৰ্গা, শ্ৰীহৰি বুলি খোজ ললোঁ। দুপৰীয়া ৰদত চাৰি মাইল খোজ কাঢ়ি গোৰোৱাদি ঘাম বৈ গ'ল। তাৰ পিছত পৰ্ব্বতৰ পিনে বাট দেখুৱালে, আমিও চিকাৰীৰ পাছ ললোঁ। থিয় পৰ্ব্বত, বাট নাই; বাঁহ আৰু বেতৰ মাজেদি বাট উলিয়াই যাব লাগে। তদুপৰি বাঁহৰ শুকাণ পাত পৰি ঠাই অতি পিছল হৈ আছিল, এঠাইত খোজ দিলে ছিটিকি আন ঠাইত পৰে গৈ। মৰণত শৰণ দি ডণ্ডি ধৰি লাহে লাহে পৰ্ব্বত বগাবলৈ ধৰিলোঁ। মাজে মাজে বৈ বৈ হাতীয়ে বাঁহ ভঙাৰ শব্দলৈ কাণ কৰিব লগীয়া হৈছিল।

এইদৰে দুমাইলমান যোৱাৰ পিছত মটৰ কৰে বাঁহ ভঙাৰ শব্দ শুনিলোঁ। আমি যোৱা বাটেই হাতী অহা উমান পাই ঠাইতে গছৰ আৰ লৈ থাপ ললোঁ। দুই মিনিটমান যোৱাৰ পিছতে পাচ হাতমান দূৰত এটা হাতী দেখিলোঁ। আকাৰহে দেখিলোঁ, প্ৰকাৰ দেখা নাপালোঁ। মৰাৰ ঠিক কৰি কপাল মুন আদি আচল মৰাৰ ঠাই বিচাৰোঁতেই দেখিলোঁ নিপোটল লোদোৰ পোদোৰ পোৱালী হাতী এটা, দেখি তাতেই টাপ মাৰি ৰ'লো। কিন্তু পোৱালীৰ পাছতেই ডাঙৰ মাকজনী দেখি বুকু চিৰিং কৈ গ'ল। অতি সাৱধানে চুচৰি আতঁৰ হৈ বাট এৰি দিলোঁ। মাকে পোৱালীয়ে আমাৰ ওৰতে আমালৈ আওকাণ কৰি যাবলৈ ধৰিলে। এখন্তেক পিছত দেখিলোঁ আমি থকা ঠাইৰ চাৰিউপিনে সৰুৰে-ডাঙৰে মাইকী-পোৱালীয়ে পন্ধৰটা মান হাতী আমি মাজতে পৰিলোঁ। যেদি নামাৰিলেও গছকাত প্ৰাণ যাব এই আশঙ্কাতেই গা কঁপিবলৈ ধৰিলে, ইষ্ট দেৱতাৰ নাম স্মৰণ কৰি বগুৱাবাই কোনোমতে এজোপা ডাঙৰ কাক্‌বাঁহৰ ভিতৰত সোমাওঁগৈ। সম্ভৱতঃ আমাক দেখা নাপালে আৰু

দেখিছিল যদিও নিঃশঙ্কামনে আমাক আওকাণ কৰি ওপৰৰ সমান ঠাইলৈ গ'ল আমাৰেঁ৷ কণ্ঠত ধাতু আহিল। লাহে লাহে বাঁহৰ মাজৰ পৰা ওলাই হাতী কেনি গ'ল চাবৰ মনেৰে আমিও ওপৰলৈ গ'লোঁ। দেখিলো হস্তী সপৰিবাৰে সমান ঠাইত উঠি জিৰনি লৈছে। গণি চালোঁ৷ তিনি জনী মাক বাকী চৈধ্যটা পোৱালী। আকৌ ফটো কেমেৰা মনত পৰিল। দন্তাল বা মখনা লগত নাছিল। চিকাৰীয়ে কলে দন্তালটো লগত নাথাকে, এমাইলমান আঁতৰে আঁতৰে ফুৰে, কিন্তু পাছ নেৰে। দন্তাল অহাৰ আশাতে পুনৰ থাপ ল'লোঁ। মানুহ যি দৰে সবাৰো শত্ৰু মানুহৰো শত্ৰুৰ অন্ত নাই। সময় আৰু সুবিধা পাই বিহ পৰুৱা মহ (একোটা কপৌ চৰাইৰ সমান) ডাহ সকলোৱে শত্ৰু শালিবলৈ ধৰিলে। কামোৰত সৰ্ব্বশৰীৰ দমলা দমল নিলে। কাঁইটৰ আছোঁৰত ৰঙালী বিহুৰ বিহুৱান গাৰ তেজেৰে ৰাঙলী কৰিলে। কিন্তু আশাৰ অন্ত নাই। দন্তালৰ ছবিটিয়ে পৃথিবীৰ আন চিন্তা দূৰ কৰি দুখ ভাগৰ পাহৰাই ৰাখিলে। বেলি মাৰ যোৱালৈকে দন্তালৰ ৰূপ ধ্যান কৰি অন্যমনা হৈ থাপ ল'লো দন্তালে সৎসঙ্গ বিচাৰি আন কেনিবা গ'ল। দুখে ভাগৰে সাজে সন্ধ্যায় কেম্প পালোহি। বাটে বাটে পুনৰ সঙ্কল্প কৰিলোঁ দন্তাল ককাইক বিছাৰি উলিয়াবলৈ লাগিব, লগ ধৰি প্ৰীতি-সম্ভাষণ জনাবই লাগিব, এনেতে শ্ৰীযুত চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াৰ ডাক পৰিল টেলিগ্ৰাফেৰে। যোৰহাট কছাৰীত চিকাৰ ওলোৱা বুলি। খবৰ পায়েই পুনৰ দুৰ্গা, শ্ৰীহৰি বুলি যাত্ৰা কৰিলোঁ যোৰহাটলৈ. সচাঁকৈ কবলৈ হলে আজি পাঁচ দিনে ছৱ-সাত চাহাবৰ মুখলৈ চাই চাইো দন্তালৰ শোভন সুন্দৰ দিব্য মূৰ্ত্তি মনৰ পৰা আঁতৰাব পৰা নাই, ইয়াকেই সম্ভৱতঃ লোকে মায়া বা মোহ।

শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ টেলিগ্ৰাফ পাই হাতী মৰাৰ চিন্তা থন্তেকলৈ আঁতৰাই থৈ যোৰহাট পোৱাৰ কথা আগেয়ে লিখা হৈছে।



মোকৰ্দ্দমা আপোচ কৰি তিন দিন মানতে উভতি গুৱাহাটী পালোহি। পায়েই খবৰ পালো হাতী দীপৰত মাজে সময়ে নামিয়েই আছে, কিন্তু মোৰ ছোৱালীৰ বিয়া, লোকেল বোৰ্ডৰ নিৰ্ব্বাচন আৰু উপৰুৱা কামে হাতীৰ চিন্তা কিছু পৰিমাণে আঁতৰাই ৰাখিবলৈ বাধ্য কৰিছিল। ইপিনে সচিতে থাকি হাতীৰ কথা মনত পৰিয়েই আছিল।

দুই জুন তাৰিখত চেয়াৰমেন নিৰ্ব্বাচন শেষ হ'ল। তাৰ পিছ দিনাই আকৌ দীপৰ পালো গৈ। যোৱাৰ আগ দিনা আবেলি চাৰিমান বজাতে বিলৰ পাৰত দঁতাল ককাই চৰি থকা সম্বাদ পালোঁ। সেই কাৰণে উভতি নাহি তাতে থাপ লোৱাৰ স্থিৰ কৰিলোঁ। কেম্প অৰ্থাৎ থকা ঠাই শ্ৰীমান তাৰাক মিকিৰৰ টোল। ঘাই ঘৰত লৰা তিৰোতালৈ তাৰাক বাস কৰে তদুপৰি তেওঁৰ আন ঘৰ চাইটা। এটা গোহালি ঘৰ, এটা ঢেকিশাল তাকো ৰতাহে বগৰাই থৈছে, এটা ভৰাল ঘৰ আৰু এটা খালি বান্ধিবৰ কাৰণে চাল নিছাই কাঠৰ খুটা লগাইছে। দুই পিনৰ বেৰ সমুলি নাই দক্ষিণৰ বেৰ আছে কিন্তু সিও নাম মাত্ৰ, ৰদ বৰষুণ যিমানে পাৰে পৰে। উপায়ান্তৰ নেদেখি আমাৰ তাতেই ৰন্ধাৰ কাৰবাৰ কৰি বামুণ থকাবোঁ ব্যৱস্থা কৰা হ'ল। মোৰ ভাগত পৰিল ভৰাল ঘৰ। ভৰাল বাদ দি কেম্প খাটখন কোনো মতে পাতিব পৰা অলপ মুকলি ঠাই আছিল। তিন পিনে বেৰ নাই, পশ্চিমৰ ৰদ পৰে। ৰতাহ বৰষুণ আহিলে বিচনা সামৰি বহি থাকিব লাগে। চিকাৰ কৰিবৰ হলে আদিতে কষ্ট স্বীকাৰ কৰিবই লাগিব, তাকে ভাবি তাতেই থকা ঠিক কৰিলোঁ।

চিকাৰী পঠিয়াই খবৰ ললোঁ। বিলত সেই দিনা ৰাতি হাতী নমা নাই। বিলত নানামিলে পৰ্ব্বতত বিচাৰি উলিওৱা টান। কাৰণ গজ ৰাজৰ দৈনিক ভ্ৰমণৰ সীমা দহ-পন্ধৰ মাইলৰ ভিতৰত। তিন দিন থাপ লৈ একো সঠিক খবৰ নাপাই ঘৰলৈ উভতি আহিলোঁ।

ঘৰ পাই হাতীৰ কথাকে কৈ থাকোতেই শ্ৰীমান তাবাক আহি ওলাল হি—"হাতী নামিছে, ঘৰৰ ওচৰতে আছে, এতিয়াই গলে নিশ্চয় পাব"।

আকৌ টালি-টোপোলা বান্ধি যাবলৈ ওলালোঁ। এনেতে মনত এটা কথা খেলালে, "ডিপুটী কমিশনাৰক কৈ হাতী মৰাৰ অনুমতি নিব পাৰিলে দাঁত জোৰ কৰেষ্টক জমা নিদিয়াকৈ নিব পাৰি, এবাৰ সুধি চালে বেয়া নহয়"।

ইয়াকে ভাবি ৰাতি ন মান বজাত ডি, চিৰ বঙলা পালো গৈ। তেওঁ মোচাক্সিৰ মানুহ; বহি 'ৰেডিও' শুনি আছে। খবৰ দিলত ওলাই আহি ভিতৰলৈ মাতি নিলে আৰু ইমান ৰাতি হঠাতে অহাৰ কাৰণ সুধিলে। সকলো কোৱাত হাতী মাৰিবলৈ অনুমতি লিখি দিলে। অনুমতি লৈ উভতি আহিয়েই আকৌ দুৰ্গা, দুৰ্গা বুলি দহ মান বজাত যাত্ৰা কৰিলোঁ। এঘাৰ মান বজাত নাৱৰীয়াক কাবৌ কাকুতি কৰি কোনোমতে পাৰ হলোঁ। কেম্প পাওঁতে এটা মান বাজিল। সেই দিন ওৱে দিনটো বিচনাত বহি শুই গজ ৰাজৰ মূৰ্ত্তি ধ্যান কৰি কটোৱা হ'ল—কাৰণ বোকা পানীৰ কাৰণে ফুৰা-চকাৰ ঠাই সমূলি নাই। তাৰ পিছ দিনাও কৰ্ম্ম শূন্য হৈ কটাবলগীয়া হ'ল, কাৰণ গজেন্দ্ৰৰ আগমন সেই দিনাও আমাৰ কপালে নহল। তিন দিনৰ দিনা প্লুৱা চিকাৰীয়ে খবৰ আনিলে "ওচৰতে হাতী লগ পালোঁ, কেম্পৰ পৰা ডুমাইল মান গলেই পাব"। শুনিয়েই সাজ-পাৰ পিন্ধি, গুলি বন্দুক লৈ ওলালো। গৈ দেখো, হাতী যি ঠাইত আছিল তাত নাই। খোজ কাঢ়ি ডুমাইল মান গলো, কিন্তু ঘাঁহ পাত নাখাই যি দৰে গোন বাট ধৰি যোৱাৰ চিন পালোঁ তাৰ পৰা বুজিলোঁ আজি গজেন্দ্ৰক লগ পোৱা টান হব। গতিকেই উভতি আহিলোঁ। তাত সেই দৰে বন্দী হৈ থকা অসম্ভৱ হ'ল। তিন দিন খাপি নাপাই দুখে ভাগৰে গধুলি ছয় মান বজাত আমাৰ কেম্প পালোহি। গৈ খবৰ পালোঁ হাতী আহিছিল কিন্তু অলপতে



পৰ্ব্বতলৈ গ'ল। ৰাতি পৰ্ব্বতত হাতী বিচৰা অসম্ভৱ, গতিকেই শোৱাকে স্থিৰ কৰি বিচনাত পৰিলোঁ, কিন্তু সেই দিনা নিদ্ৰা-দেৱীক আৰাধনাতো তুষ্ট কৰিব নোৱাৰিলোঁ।

পুৱা চাৰি বজাত চিকাৰী দুজনক জগাই তেওঁলোককো এটুপি চাহ খুৱাই যাত্ৰা কৰিলোঁ। খোজ দিওতেই বৰষুণ কণিয়ালে, তাৰ আওকাণ কৰি বলবাহাদুৰ, তাবাক আৰু মই ৰাওনা হলোঁ। অলপ দূৰ যাওতেই বৰষুণ কলহৰ কাণে ঢালিবলৈ ধৰিলে। তাবাক চিকাৰীয়ে যাবলৈ নিষেধ কৰিলে আৰু কলে "এই বৰষুণত পৰ্ব্বত বগোৱা অসম্ভৱ হব, হাতী লগ পালেও মৰা টান হব আৰু দেখিলে পলাবৰ উপায় নাথাকিব।" মোৰ হলে সঙ্কল্প দৃঢ়। পাওঁ নাপাওঁ কিছুদূৰ যামেই। বলবাহাদুৰে মোৰ মুখলৈ চাই সেই ভাৱ অনুমান কৰি যোৱাত সন্মতি দিলে, মই আগ বাঢ়িলো। ছাতিকে লাখুটি কৰি লৈ পৰ্ব্বত বগাবলৈ ধৰিলোঁ। বাটত হাবি নাই, কিন্তু পৰ্ব্বতীয়া মাটি অতি পিছল, আন ঠাইত পৰেগৈ। হাতীৰেঁা অৱস্থা তদ্ৰূপ বুলি ভৱি পিছলাৰ চিন দেখি অনুমান হৈছিল। খোজ চাই ডুমাইলমান যোৱাৰ পিছত এটি মাইকী ভালুকে দুটি শিশু সন্তান লৈ সৰি পৰা কঠাল খোৱাৰ অভিপ্ৰায়ে গছৰ তলত থকা লগ পোৱা গ'ল। বৰষুণত তিতি থকা ঋক্ষ-পৰিবাৰৰ অৱস্থা আমাৰ দৰেই। আমাৰ আশা হাতী পাম, তেওঁলোকৰ আশা কঠাল সৰি পৰিব। ইমান ওচৰতে পালোঁ, মৰা হলে ঋক্ষ-মাতৃক ঠাইতে ৰখোৱা টান হ'লহেতেন, কিন্তু হাতী পোৱাৰ আশাই মৰাৰ ইচ্ছা বোধ নকৰিলে। ঋক্ষ-পৰিবাৰে বাট এৰি দিলে। হাতীৰ খোজতে খোজ দি আমিও আকৌ যাবলৈ ধৰিলোঁ। ডেৰ মাইলমান যোৱাৰ পিছত হাতীয়ে বাট এৰি অবাট ললে আমিও মৰণত শৰণ লৈ পাছ ললোঁ।

ধাৰাষাৰ বৰষুণ দীঘল আৰু ঘন তৰাণি, আঁঠুৱাণি বোকাপানী, বাট নাই। এনেয়ে যোৱা অসম্ভৱ, কিন্তু হাতীয়ে বাট কৰি দি গ'ল

সেই বাটেৰেই আমিও পাছে পাছে গলো। পোৱাৰ পিছত বাঁহ ভঙ্গা শব্দ পালোঁ। কুকুৰে চিৰা খুন্দিবলৈ ধৰিলে। এখন্তেক কাণ পাতি শুনিলোঁ। শব্দলৈ চাই কোন আছে অনুমান কৰিলোঁ। এতিয়া পাছ এৰি হাতীৰ বাঁওকলীয়া হলোঁ। পৰি-হৰি কানোমতে এডোখৰ ওখ ঠাইত উঠিলোঁ। এটা সৰু টিলা তাতে উঠি আকৌ শব্দলৈ কাণ পাতিলোঁ। লাহে লাহে বাঁহ ভাঙি আমাৰ পিনে অহাৰ উমান পালোঁ। বাঁহ গছৰ আৰ লৈ গজেন্দ্ৰৰ আগমন প্ৰতীক্ষা কৰিলোঁ। চাওঁতেই চাওঁতেই ওলালহি পচিশ হাতমান দূৰৈত, আমাতকৈ তলত। দেখিলোঁ মাৰিবলৈ দিয়া দঁতাল জনেই হয়। তাত আৰু দুটা দঁতাল আছে। দেখিলোঁ হয়, কিন্তু আপোন মনে তলমূৰকৈ অহাত মৰাৰ আচল ঠাই (অৰ্থাৎ কপাল, কুম বা কাণৰ বিন্ধা) দেখা নাযায় অথচ তেতিয়াই নামাৰিলে আমাক এৰি যায়। লগৰ চিকাৰীক কলো "তুমি ভাল দৰে এটা চাপৰি বজাই দিয়া হঠাৎ শব্দ শুনিলে নিশ্চয় মূৰ দাঙি শব্দৰ পিনে চাব আৰু তেতিয়া হলে সুবিধা পাম"। যি কলো সেয়েই হ'ল। চাপৰিৰ শব্দ শুনি আমাৰ পিনে মূৰ দাঙি চাই দেখিবৰ মনেৰে খোজ লব ধৰোতেই এক °গুলি মাৰিলোও। ঠিক ভুচুঙত মৰাৰ সুবিধা নাপালোঁ, কপালত পৰিল ঠাইতে আঠু ললে। আৰু গুলি নমৰা হলেও চলিল হেতেন কিন্তু ঠিকক সঠিক কৰিবৰ মনেৰে আকৌ এগুলি মাৰিলোঁ। বুজিলোঁ আগৰ গুলিতেই গজেন্দ্ৰই মুক্তি লভিছিল। আমি আহি দেখো গজেন্দ্ৰৰ দেহ ক্ষত বিক্ষত, তাৰ মানে সমনীয়া দাঁতালৰ লগত যুদ্ধ চলিছিল নিশ্চয় আৰু দেখিলোঁ হাতীটো আচলতে দঁতাল নহয় মখনাহে দাঁত ছুটি কিন্তু মোটা।

এই বেলি কিন্তু কেমেৰা এৰা নাই। থিয় পৰ্ব্বতত নিজকে টানি নিয়া গতিকেই ডাঙৰ কেমেৰা নিয়া অসম্ভৱ। কিন্তু কেমেৰা নিবই লাগিব, সেই গতিকে সৰু কেমেৰা এটি পানী নপৰাকৈ টোপোলা বান্ধি



নিছিলোঁ। হাতী ধৰাশায়ী হোৱা মাত্ৰকেই কেমেৰা উলিয়ালোঁ। ই কাতি সিকাতি কৰি কত প্ৰকাৰে চালো কিন্তু তাত কোনো মতেই হাতীৰ ছাঁ পেলাব নোৱাৰিলোঁ। দোপালপিটা বৰষুণ আৰু বাঁহ-তলৰ অন্ধকাৰ কেমেৰা আনিও নন৷ যেন হ'ল কপাল!

কাল বিলম্ব নকৰি ঘৰলৈ উলতিলোঁ। বাটত আহোঁতে পাট-লুঙৰ ভিতৰত কটং কৰে কিহবাই কামোৰা যেন পালোঁ। কাপোৰ গুচাই চাওঁ দহটামান জোক কেণি সোমাল, কেতিয়া সোমাল, একো গমকে ধৰিব নোৱাৰিলোঁ। জোকলৈ মোৰ ভয় নাই নহলে নিশ্চয় মূৰ্চ্ছা গ'লোহেতেন। কাপোৰ গুচাই লৈ লগুৱাটোৰ সহায়ত জোক টানি এৰুৱা হ'ল। বৰষুণ কমিল, কিন্তু তেজৰ সোঁত বৰলৈ ধৰিলে। ঘৰ পাই গা পা ধুই ওলালোঁ। তথাপি তেজ আৰু কোনোমতেই বন্ধ নহয় অন্ততঃ ডুসেৰমান তেজ গ'ল টিন্‌চাৰ আয়োডিন, কেহৰাজ ই-সি কত কি দিলোঁ, তেজ কোনোমতেই নৰয়। শেষত তাৰে এজন মিকিৰে এটা দৰৱ দিলে, তাকে দিয়াত বহুত পৰৰ মূৰত তেজ ৰ'ল। দৰৱটো হৈছে কাপোৰ পুৰি তাৰ চাই তেজ ওলোৱা ঠাইত দিয়া আৰু অলপ পৰ হোৱা হলে ডাক্তৰ মাতিব লগীয়া হ'লহেতেন।

হাতী মৰা খবৰ ঘৰলৈ পঠিয়াই মোৰ লগুৱা শ্ৰীমান কুঁহিৰামক দাঁত কাটিবলৈ পঠিয়ালোঁ। দাঁত কাটি উলিওৱা হাতী মৰাৰ প্ৰায় সমানেই কাম টান। কুঁহিৰামক নিজে আগত থাকি শিকাই লৈছিলোঁ। নহলে দাঁত উলিয়াওতে বহুতো পলম হয় আৰু দাঁতও নষ্ট হয়।

দাঁত লৈ ঘৰ পালোহি। ঘৰ পাই শুনিলোঁ, লৰাইতে হাতী চাবলৈ গ'ল আঁকমৰা হাতী চালেও, কিন্তু এনে দুৰ্গম ঠাইলৈ দুনাই নাযাও বুলি শপত খাই আহিল। মই হলে যাবলৈ ভৰি দাঙিয়েই আছোঁ খবৰ আহিলেই হয়।

**"ভৰিলে দেশ, মৰিলে স্বৰ্গ"**

—ফুকন—

# যক্ষ্মা ৰোগ আৰু তাৰ প্ৰতিকাৰত

## তৰুণৰাম ফুকন

যক্ষ্মা ৰোগ যে অতি ভয়ঙ্কৰ আৰু সাংঘাটিক তাক আজিকালি অলপ জনাবুজা মানুহেও জনা হৈছে। এই ৰোগৰ সঞ্চাৰ হলে তাৰ পৰা ৰক্ষা পৰা টান বুলি প্ৰায় মানুহবে বিশ্বাস আৰু তাৰ প্ৰমাণো যথেষ্ঠ পোৱা যায়। ডাক্তৰ কবিৰাজেও এই ৰোগ দুৰাৰোগ্য নহয় বুলি উন্নত আৰু সভ্য জগতত প্ৰমাণিত হৈছে। যক্ষ্মা ৰোগৰ বিষয়ে বিশেষ শিক্ষা প্ৰাপ্ত ডাক্তৰ সকলে মুক্তকণ্ঠে এই সত্য স্বীকাৰ কৰিছে। কলেৰা প্লেগ, কেনছাৰ, বসন্ত আদি ৰোগতকৈ ই বেছি সাংঘাটিক নহয়।

ৰোগ সঞ্চাৰৰ আশঙ্কা বা প্ৰমাণ পোৱা মাত্ৰেই এই ৰোগৰ চিকিৎসা আৰম্ভ কৰিলে, শতকৰা ৯০ জনক ভাল কৰিব পাৰি বুলি কলেও বিশেষ বঢ়াই কোৱা নহব। কিন্তু এই ৰোগৰ নিদান বৰ জটিল আৰু ইয়াৰ পৰীক্ষা বৰ টান। ৰোগৰ সঞ্চাৰৰ আদিতে পানী লগা, কাঁহ, সাধাৰণ জ্বৰ, পেটৰ অসুখ, সঞ্চিত গ্ৰহণী আদি সাধাৰণ ৰোগৰ লক্ষণ প্ৰকাশ পায় আৰু সেই ৰোগৰ চিকিৎসাত সাময়িক উপশম পোৱা দেখিলে, ৰোগী আৰু চিকিৎসক উভয়েই আশ্বাস পাই আন ৰোগৰ কথা নাভাবে আৰু বিশেষতঃ যক্ষাৰ কথা মনলৈ নানে।

কেতিয়াবা ডাক্তৰে উল্লেখ কৰিলেও ৰোগীয়ে সেই কথা শুনি ভাল নাপায় আৰু অলপ ডাঠকৈ কোৱা যেন দেখিলে ডাক্তৰ সলোৱাও দেখা যায়। প্ৰায়ে পানী লাগি থাকিলে, মাজে মাজে ঘুহঘহীয়া জ্বৰ হোৱা দেখিলে উচিতমতে খাই বৈ থকাতো ক্ষীণাই গলে, ওজনত শৰীৰৰ ভাৰ কমিলে যক্ষ্মা ৰোগৰ বাবে পৰীক্ষা কৰা নিতান্ত আৱশ্যক। এই পৰীক্ষাৰ কাৰণে যক্ষ্মা ৰোগৰ অনুসন্ধানত পাৰ্গত ডাক্তৰ লাগে আৰু লাগে ভাল



অনুবীক্ষণ আৰু অন্তৰদৰ্শী জ্যোতি ( এক্সৰে ) প্ৰকাশক যন্ত্ৰ। এনে নহলে বুকুত চুঙা দি বা আন প্ৰকাৰে ৰোগ নিৰ্ণয় কৰা সম্ভৱ নহয়।

অসমত দিনক দিনে এই ৰোগ বাঢ়িব ধৰিছে, তাত কোনো সন্দেহ নাই, তাকো সকলোৱে জানে। আন কথাকে নকওঁ, গুৱাহাটীৰ দৰে সদৰ ঠাইৰ চৰকাৰী ডাক্তৰখানা এখনত এক্সৰে যন্ত্ৰ এটিও নাই। তাৰ কাৰণ গবৰ্ণমেণ্ট উদাসীন আৰু সেই উদাসীনতাৰ মূল কাৰণ, অসমত ভালকৈ খোৱা পিন্ধা, থকা মিলাৰ সুবিধা পোৱা ইংৰাজ সকলক সেই ৰোগে ছুব পৰা নাই। দুটি এটিৰ স্বাস্থ্যলৈ চাই অলপ সন্দেহ উপস্থিত হলেই, তেওঁলোকে চিকিৎসাৰ কাৰণে ভিয়েনা আদি ঠাইৰ সেই ৰোগৰ তত্ববিদ ডাক্তৰৰ ওচৰ পায়গৈ, মৰণ কেৱল দুখীয়া অসমীয়াৰ। চিকিৎসাৰ কথাকে নকওঁ, ৰোগ নিৰ্ণয় হয় মানে ৰোগীৰ মৃত্যু সুনিশ্চিত হয়। আৰু ইতিমধ্যে নিৰপৰাধী পৰিয়ালৰ দুই এটিকো ব্যাধিগ্ৰস্ত কৰি থয়। অফিছৰ কৰ্ম্মচাৰীৰ ভিতৰতে বহুতে নজনাতে আৰু কিছুমানে জানিও সত্য গোপন কৰি কোনোমতে কাম চলাই থাকে, কিন্তু সহকৰ্ম্মী সকলে ঘনিষ্ঠ ভাৱে কাম কৰিব লগীয়া হোৱাত তেওঁ লোকৰো ৰোগ সঞ্চাৰৰ আশঙ্কা বাঢ়ি যায়। এই ৰোগৰ কীটাণু আছে। শৰীৰ দুৰ্ব্বল পালেই তাৰ এঠাইত সেই কীটাণুৱে আশ্ৰয় লয়। আশ্ৰয় লওঁতেই ধৰিব পাৰিলে কীটাণু মাৰা বা গুচোৱাৰ সহজ উপায় আছে। ধৰিব নোৱাৰিলে বা মাৰিব নোৱাৰিলে ওপৰৰ পৰা খাই খাই লাহে লাহে তললৈ সোমাই গৈ ক্ৰমে সংখ্যা বঢ়ায় আৰু শেহত ঠাই বহলাই লয়। আদিতে কাঁহ, কফ, সামান্য জ্বৰ ইত্যাদি হয় আৰু বিশ্ৰাম লৈ সেই ৰোগৰ চিকিৎসা কৰিলে ভাল পায় আৰু পুনৰ নিজ কামত প্ৰবৃত্ত হয়। কিন্তু কীটাণুৱে নিজ কাৰ্য্য কৰিয়েই থাকে।

সেই অৱস্থাত ৰোগীয়ে নিঃসন্দেহে ঘৰে পৰে চলাচল কৰি থাকে আৰু থু আৰু নিশ্বাস প্ৰশ্বাসত কীটাণু আনত প্ৰৱেশ কৰায়, কাৰণ ই

সংক্ৰামক ব্যাধি। এই আদি অৱস্থাতেই ৰোগীক সকলোৱে ভয় কৰি চলা উচিত।

কলেৰা আদি ৰোগ হোৱা মাত্ৰেই প্ৰকাশ পায়, গতিকেই তাৰ চিকিৎসা সহজ সাধ্য আৰু হয় ভাল, নহয় মৃত্যু আনৰ প্ৰাণৰ আশঙ্কা সৰহ দিন নাথাকে, কিন্তু যক্ষ্মা ৰোগৰ কথা সুকীয়া। ই অজাচিত ভাৱে আশ্ৰয় লয় আৰু অজাচিত ভাৱেই নিজৰ আৰু লোকৰ মনত সন্দেহ উপস্থিত নকৰাকৈ কাৰ্য্য কৰে, শেষত ভয়ঙ্কৰ বিকট মূৰ্ত্তি ধৰি ওলায়।

যক্ষ্মা ৰোগ অতি ভয়ঙ্কৰ কাৰণ এই ৰোগৰ সঞ্চাৰ হলে কোনো দিন যে ৰোগ বা ৰোগীৰ অন্ত পৰিব নিশ্চয়তা নাই। এবছৰ, দুবছৰ, তিনি বছৰ প্ৰায়ে চলা দেখা যায়, কিন্তু দহ বছৰলৈকে চলাও প্ৰমাণ পোৱা গৈছে। আত্মীয় স্বজন বন্ধু বান্ধৱৰ ভিতৰত চলা-চল কৰি ফুৰিব পৰা হৈয়ো বহু দিন থাকে, সেই অৱস্থাত ৰোগ সঞ্চাৰৰ আশঙ্কা বহুত পৰিমাণে থাকে।

কিন্তু ডাক্তৰি মতে ই কলেৰা, টাইফয়েড, বসন্ত আনকি হুপিং কফ, শিয়াল গালা, ইনফ্লুৱেঞ্জা আদি ৰোগতকৈ সংক্ৰামক নহয়। অলপ সাৱধানকৈ চলিলে যক্ষ্মা ৰোগীক নিঃসন্দেহে নিজ ঘৰতে ৰাখি চিকিৎসা কৰাব পাৰি, কেৱল ৰোগী নিজেই ভালদৰে অনুভৱ কৰিব লাগে যে, তেওঁ সেই ৰোগ গ্ৰস্ত। এই কথা আচলতে অনুভৱ কৰা ৰোগীৰ সংখ্যা খুব কম। ফল'ত লৰা ছোৱালীৰ লগত খেলি মেলি ফুৰে য'তে ত'তে থু পেলায়। এই ৰোগীৰ থু মল-মুত্ৰ আদিত কীটাণু থাকে আৰু তাৰ পৰাই ৰোগৰ সঞ্চাৰ হয় আৰু সেই ৰোগ গ্ৰস্ত লোকৰ নিশ্বাস প্ৰশ্বাসতো কীটাণু থাকে। গতিকেই যক্ষ্মা ৰোগী ঘৰত থাকিলে তেওঁৰ থকা কোঠালী বেলেগ কৰি দিয়া নিতান্ত উচিত। তালৈ লৰা-ছোৱালীক বৰকৈ অহা-যোৱা কৰিব দিয়া উচিত নহয়।

সেই কোঠালীত থু আদি পেলোৱাৰ সুকীয়া বন্দোবস্ত কৰিব লাগে, সেই বিলাক সাৱধানে গুচাই পাত্ৰ ভাল দৰে পৰিষ্কাৰ ৰখা



উচিত। থকা ঠাই নিতৌ কীটাণু মাৰক ফিনাইল আদি পৰিষ্কাৰক বস্তুৰে ধুব লাগে, নিজৰ কাপোৰ সদায় পৰিষ্কাৰ কৰি ৰাখিব লাগে আৰু লাগে শোৱা কোঠালীত সদায় বতাহ চলাচলৰ ব্যৱস্থা। ৰ'দ পেলোৱাৰ ব্যৱস্থা কৰিব পাৰিলেতো অতি উত্তম হয়। ৰোগীয়ে সৰহ ভাগ ঘৰত নাথাকি, বাহিৰৰ ৰ'দ বতাহ লগা ঠাইত থাকিব পাৰিলে ৰোগীৰ বিশেষ উপকাৰ হয়।

সূৰ্য্যৰ উত্তাপে ৰোগীৰ শৰীৰত কীটাণু মাৰকৰ বিশেষ ক্ৰিয়া কৰে, গতিকেই সূৰ্য্যৰ ৰশ্মি সেই ৰোগৰ পক্ষে বিশেষ উপকাৰী। সূৰ্য্যৰ ৰশ্মি যথেষ্ট পৰিমাণে পোৱাৰ সুবিধা নাথাকিলে যন্ত্ৰৰ দ্বাৰাই সেই ধৰণৰ ৰশ্মি প্ৰস্তুত কৰাই শৰীৰত প্ৰৱেশ কৰাব লাগে।

এই ৰোগৰ আন নাম ক্ষয় ৰোগ কাৰণ ৰোগ সঞ্চাৰৰ লগে লগে শৰীৰ বলবীৰ্য্য লাহে লাহে ক্ষয় পায়। সেই অৱস্থাত সহবাস সৰ্ব্বতো ভাৱে বৰ্জ্জনীয়। ধাতু ক্ষয় এই ৰোগৰ মূল কাৰণ আৰু ৰোগ সামান্য হলেও ধাতু ক্ষয় সুনিশ্চিত প্ৰাণ নাশক।

ৰোগী নিজেই এই বিষয়ে সাৱধান হোৱা উচিত আৰু আনেও দঢ়াই কৈ সাৱধান কৰি দিয়া উচিত। ৰোগ আচলতে নহলেও ৰোগ হৈছে বুলি ধৰি লৈ চলিব পৰাই এই বিষয়ে উত্তম ব্যৱস্থা। এই ৰোগ নহলেও তাৰ চিকিৎসা কৰিলে বা সেই ৰোগৰ পথ্যাদি খালে উপকাৰত বাহিৰে অপকাৰ নহয়।

ৰোগী সেই ৰোগ হোৱা বুলি প্ৰায়ে বিশ্বাস কৰিব নোখোজে। গতিকেই সেই বিষয়ে সাৱধান নহয় আৰু লাগি ভাগি চিকিৎসা নকৰাৰ ফলত বেমাৰ বাঢ়ি গৈ থাকে। যেতিয়া সকলোৱে জনা হয়, তেতিয়া ৰোগ প্ৰশমনৰ উপায় নাথাকে। আহাৰ-বিহাৰ আদি সৰ্ব্ব বিষয়তে অতি সাৱধানে চলা-ফিৰা খোৱা-মিলাই এই ৰোগ নিবাৰণৰ আৰু মুক্তি পোৱাৰ প্ৰধান উপায়। গতিকেই শৰীৰ শক্তি ৰক্ষাৰ কাৰণে পুষ্টিকৰ

খাদ্য খোৱা অতি আৱশ্যক। সহজে হজম হোৱা আৰু স্বাস্থ্যকৰ খাদ্য পৰিষ্কাৰ মুক্ত বায়ু আৰু সূৰ্য্যৰ ৰশ্মি সেই ৰোগ গ্ৰস্ত ৰোগীৰ পক্ষে প্ৰাণদায়ক, লগে লগে যথেষ্ট পৰিমাণে বিশ্ৰামবো বিশেষ আৱশ্যক। চিকিৎসাধীন ৰোগীৰ শৰীৰৰ উত্তাপ অৰ্থাৎ জ্বৰ আছেনে নাই তাক সততে পৰীক্ষা কৰি হ্ৰাস বৃদ্ধিৰ পৰিমাণ লিখি ডাক্তৰক দেখুৱা উচিত। সপ্তাহত এদিনকৈ শৰীৰৰ ওজন লোৱাও আৱশ্যক।

উপযুক্ত খাদ্যৰ অভাৱত আৰু অযথা আৰু অতিৰিক্ত বীৰ্য্যক্ষয়ৰ পৰিণামত এই ৰোগ জন্মে। ক্ষীণ আৰু দুৰ্ব্বল শৰীৰত কীটাণু প্ৰৱেশ কৰিলে স্থান বিচাৰি লৈ অধিকাৰ বিস্তাৰ কৰা সহজ হয়, কিন্তু সুস্থ আৰু সবল শৰীৰত প্ৰৱেশ কৰিলেও দীৰ্ঘজীবি হব নোৱাৰে। সময়ত আপুনি নাশ পায় আৰু মাৰাও সহজ হয়। ৰোগৰ অনুমাত্ৰ সন্দেহ হলেই সাৱধান হোৱা উচিত, ৰোগ আচলতে হওকে বা নহওকেই।

লৰা-ছোৱালীৰ প্ৰথমতে প্ৰায়ে গ্লেণ্ডত আক্ৰমন কৰে। বয়সস্থ মানুহৰ হাও ফাও আদিত ধৰে।

ইউৰোপ আৰু আমেৰিকাত প্ৰায় স্কুলৰ লৰাকে টিউবাৰকুলিন ইনজেক্শ্যন দিয়া হয় আৰু তাৰ পৰিমানত কীটাণু থকাৰ আশঙ্কা জন্মিলে এক্সৰেৰে পৰীক্ষা কৰে। বয়সস্থ লোকৰ হাও ফাও কীটাণু আক্ৰমন কৰা প্ৰমান পালে আৰু ঔষধৰ দ্বাৰাই ৰোগৰ প্ৰকোপ নিবাৰণ কৰিব নোৱাৰিলে, আজি কালি অস্ত্ৰৰ দ্বাৰাই চিকিৎসা কৰি বহুতক ভাল কৰা দেখা যায়। অস্ত্ৰৰ দ্বাৰাই কীটাণুগ্ৰস্ত হাও ফাওৰ কাৰ্য্য বন্ধ ৰখা হয় আৰু তাৰ ফলত তাত থকা কীটাণু খাদ্যৰ অভাৱত মৰে। কেতিয়াবা কেতিয়াবা কীটাণুগ্ৰস্ত স্থান কাটি উলিয়াই দিয়ে। কিন্তু ইয়াকে কৰিবলৈ হলে বিশ্ৰামৰ বিশেষ আৱশ্যক। নিজ ঘৰত বিশ্ৰাম পোৱা টান, সেই কাৰণে পৰীক্ষা আৰু বিশ্ৰামৰ কাৰণে স্বাস্থ্য-নিবাসৰ আৱশ্যক। আমেৰিকাত ২৪০টা টি, বি অৰ্থাৎ যক্ষ্মা ৰোগৰ হাস্পতাল আৰু ৰোগী



নিবাস আছে আৰু তাত ৯৫,০০০ জন ৰোগী থাকিবৰ ব্যৱস্থা আছে। ভাৰতবৰ্ষত এহেজাৰ ৰোগী থকাৰ ব্যৱস্থাও নাই বুলিলে হয়, যদিও ভাৰতত প্ৰতি বছৰে ৬০,০০০ হাজাৰ ৰোগী থকাৰ প্ৰমান পোৱা গৈছে, নোপোৱাৰতো লেখ জোখেই নাই। ধৰমপুৰ আদি পঞ্জাৱৰ নানা ঠাইত এই ৰোগীৰ স্বাস্থ্য নিবাস আছে।

বোম্বাই প্ৰদেশৰ মিৰাজ নামে ঠাইত এটি সুন্দৰ যক্ষ্মা ৰোগীৰ নিবাস আছে। তাত বৰ্ত্তমান বৈজ্ঞানিক মতে অস্ত্ৰ চিকিৎসা কৰা হয় আৰু বহুতো ৰোগী সম্পূৰ্ণৰূপে আৰোগ্য হৈ ঘৰলৈ উভতি অহা প্ৰমান পোৱা গৈছে। বঙ্গ দেশতো যাদৱপুৰত ইয়াৰ স্বাস্থ্য-নিবাস আছে আৰু চৰকাৰ পক্ষৰ পৰা চিকিৎসাৰ উপায় কৰিবৰ চেষ্টা চলিছে, নাই মাত্ৰ তাৰ চিন-চাৰ দুৰ্ভগীয়া অসমত! ন শাসনতন্ত্ৰলৈ চোৱা কংগ্ৰেছ অকংগ্ৰেছ সভ্য সকলে এই মাৰাত্মক ব্যাধিৰ নিবাৰণৰ উপায় চিন্তি দুখীয়া অসমীয়াক এই ভয়ঙ্কৰ ব্যাধিৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ যত্ন কৰা উচিত।

## "অসম কাউঞ্চিল" আৰু "ভাৰত ব্যৱস্থা পৰিষদত" তৰুণ ফুকন

ইংৰাজী ১৯১৯ চনৰ প্ৰথম থন গবৰ্ণমেণ্ট অব ইণ্ডিয়া এক্ট অনুসাৰে তৰুণৰামে যথাক্ৰমে কামৰূপ জিলাৰ জনসাধাৰণৰ পৰা অসম কাউঞ্চিললৈ সদৌ অসমবাসীৰ মাজৰ পৰা ভাৰত আইন ব্যৱস্থা পৰিষদত কংগ্ৰেছৰ তৰফৰ পৰা অনেকবাৰ সভ্য নিৰ্ব্বাচিত হয়। "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী" এই মূল মন্ত্ৰেৰে দীক্ষিত হৈ তেখেতে সৰ্ব্বতোভাৱে অসমবাসীৰ মঙ্গলৰ কাৰণে অসমৰ প্ৰাপ্য দাবী কৰি দুয়ো আইন ব্যৱস্থা পৰিষদতে অকলশৰে গবৰ্ণমেণ্টৰ বিৰুদ্ধে প্ৰাণপণে যুদ্ধ কৰে। তেখেতৰ তেজস্বী বাক্শক্তিত পৰিষদৰ সভ্য সকলে তৱধ মানিব লগীয়া হৈছিল।

কেন্দ্ৰীয় পৰিষদত ফুকন ডাঙৰীয়াই ভালকৈ বুজাই দিলে যে অসমতো আন ভাৰতীয় নেতাসকলৰ লগত সমানে আসন লব পৰা মানুহ আছে। অসমৰ আৰ্থিক অৱস্থা, অসমৰ ন্যায্য দাবী, ৰাজনৈতিক বন্দীসকলৰ মুক্তি আৰু অসমৰ উঠি অহা ডেকা বিলাকৰ হিতাৰ্থে সৰ্ব্বোতোভাৱে তেখেতে যথাসাধ্য চেষ্টা কৰিছিল। তৰুণৰামে ৰাজনৈতিক আৰু আইন ব্যৱস্থা পৰিষদত মাতৃ-ভক্তিৰ যি জ্বলন্ত প্ৰমান দিলে, তাৰ নিমিত্তে অসমী আই আজি ধন্যা।

ইংৰাজী ১৯৩৪ চনত ভাৰত গৱৰ্ণৰ জেনেৰেল'ৰ ইণ্ডিয়ান লেজিচলেটিভ্ এচেমব্লিৰ সদস্য নিৰ্ব্বাচনৰ কাৰণে অসমত এক মহান ধুমুহা বতাহৰ গণ্ডগোলৰ আবিৰ্ভাৱ হৈ উঠে। স্বতন্ত্ৰ দলৰ পৰা তৰুণৰাম ফুকন আৰু কংগ্ৰেছ পক্ষৰ পৰা কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে আইন ব্যৱস্থা পৰিষদৰ মেম্বৰ পদৰ প্ৰাৰ্থী হয়। এই বিষয়ে সদৌ অসমবাসীয়ে কঠোৰ ভাৱে কল্পনা জল্পনা কৰিব লগীয়াত পৰে। "তৰুণ-নবীনে" প্ৰাণপনে যুদ্ধ কৰিলে। অৱশেষত কংগ্ৰেছ প্ৰাৰ্থীয়ে বিপুল ভোটাধিক্যত জয় লাভ কৰে।

ইংৰাজী ১৯৩৫ চনৰ দ্বিতীয় খন গৱৰ্ণমেণ্ট অব ইণ্ডিয়া এক্ট অনুযায়ী অসম এচেমব্লিৰ সভ্য পদৰ নিৰ্ব্বাচন সম্পৰ্কে কামৰূপ জিলাৰ ৰঙিয়া অঞ্চলত এক ভয়ঙ্কৰ ধুমুহা বতাহৰ দলদোপ হেন্দোলদোপৰ ঢেউ বৰলৈ ধৰিলে। অসম জন সঙ্ঘৰ পৰা প্ৰৱীন নেতা তৰুণৰাম ফুকন আৰু কংগ্ৰেছী দলৰ পৰা শ্ৰীযুত সিদ্ধিনাথ শৰ্ম্মা উকীল ডাঙৰীয়াই অসম এচেমব্লিৰ মেম্বৰ পদৰ প্ৰাৰ্থী হয়। এই বিষয়লৈ অসম প্ৰাদেশিক কংগ্ৰছৰ মেধাবি লোক সকলে বিশেষ ভাৱে চিন্তা কৰিব লগাত পৰে। ইংৰাজী ১৯৩৭ চনৰ জানুৱাৰী মাহত সদৌ অসমৰ বাছকবনীয়া কংগ্ৰেছ সৈনীক সকলে বিপুল সমাৰোহে সভ্য নিৰ্ব্বাচন সম্পৰ্কীয় সংগ্ৰাম কৰে। অৱশেষত কংগ্ৰেছ প্ৰাৰ্থীৰে জয় হয়। ইয়াৰ পিছতো ফুকন ডাঙৰীয়াই যথাক্ৰমে গুৱাহাটী লোকেলবোৰ্ড আৰু মিউনিচিপালবোৰ্ডৰ মেম্বৰ নিৰ্ব্বাচন ক্ষেত্ৰতো



কংগ্ৰেছৰ বিপক্ষে সভ্যপদৰ প্ৰাৰ্থী হয়। এই দুই সভ্য নিৰ্ব্বাচন প্ৰত্যেকতে কংগ্ৰেছ প্ৰাৰ্থীৰে জয় হয়। কংগ্ৰেছ ত্যাগ কৰাৰ ফলত প্ৰত্যেক নিৰ্ব্বাচন ক্ষেত্ৰত দেশভক্ত ফুকনে অসীম পাণ্ডিত্য দেখাই পৰাজয় হৈ নিজে মহান গৌৰৱ অৰ্জিছিল, এই পৰাজয়ত অসম কংগ্ৰেছৰ মান গৌৰৱ ভাৰত বিয়পি জিলিকি উঠিছিল। ইংৰাজী ১৯৩৮ চনৰ কোনো এক শুভক্ষণত আকৌ তৰুণৰাম ফুকনে কংগ্ৰেছত পূৰ্ণ মাত্ৰাই যোগ দি অসম জননীৰ অক্ষয় কীৰ্ত্তিৰ প্ৰতিভা ভালকৈ উজ্বলাইছিল।

## গুৱাহাটী "লোকেল" আৰু "মিউনিচিপাল বোৰ্ডত" তৰুণ ফুকন

তৰুণৰামে যথাক্ৰমে গুৱাহাটী লোকেলবোৰ্ড আৰু মিউনিচিপাল বোৰ্ডত অনেকবাৰ জনসাধাৰণৰ মাজৰ পৰা সভ্য নিৰ্ব্বাচিত হয়। নিজৰ যোগ্যতাৰ বলত তেখেতে প্ৰত্যেক বোৰ্ডৰে চেয়াৰম্যানৰ আসন লাভ কৰে। বোৰ্ডৰ চেয়াৰম্যান হৈ ফুকনে শাসন সংস্কাৰ কৰি সুন্দৰৰূপে প্ৰত্যেক বোৰ্ড পৰিচালনা কৰে আৰু লগে লগে শিক্ষা বিস্তাৰ, ডিস্পেনচেৰী, নাদ, পুখুৰী, পানীৰ ক'ল, দলং, যাতায়াতৰ সুবিধা, স্বাস্থ্য প্ৰভৃতিৰ বিষয়ে ৰাইজৰ হকে সৰ্ব্বতোভাৱে চেষ্টা কৰে। যাতে সৰ্ব্বসাধাৰণৰ উপকাৰ হয়, তাৰ বাবে তেখেতে সদায় চকু ৰাখিছিল। বোৰ্ডৰ কল্যাণাৰ্থে তেওঁ যথেষ্ঠ কঠোৰ পৰিশ্ৰম কৰিছিল। এনেকুৱা এজন দয়ালু, পৰোপকাৰী আৰু স্বাৰ্থত্যাগী মহাপুৰুষৰ মৃত্যুত ৰাইজৰ অপূৰণীয় ক্ষতি হ'ল, তাক কৈ শেষ কৰিব নোৱাৰি। সুযশৰ কাম বিলাকে বোৰ্ডত তৰুণ ফুকনৰ সুখ্যাতি চিৰকাল ৰই থাকিব।

## জননীৰ সেৱাত, "তৰুণ"

কলিকতাৰ পৰা গুচি আহি, গুৱাহাটীত নিগাজিকৈ বহাৰ পিছত, তৰুণ ফুকনে দেশৰ নানাবিধ কামত যোগ দিছিল। বিশেষকৈ ইংৰাজী

১৯১৪ চনৰ পৰা ১৯৩৯ চনলৈকে প্ৰায় পচিশ বছৰ কাল তেখেতে জননীৰ সেৱাত জলন্ত ত্যাগৰ পৰিচয় দি গ'ল।

কামৰূপ একা-ডেমি হাইস্কুলঃ—অসমৰ ভূতপূৰ্ব্ব শিক্ষা বিভাগৰ ডাইৰেক্টৰ চাহাব কানিংহামে অসহযোগ আন্দোলনৰ সময়ত এখন শিক্ষা বিভাগৰ চাৰ্কুলাৰ জাৰি কৰিছিল। অসমীয়া প্ৰজা সকলে এই চাৰ্কুলাৰ আদেশ গ্ৰহণ কৰিবলৈ কঠিন পাই অসমৰ ঠায়ে ঠায়ে স্বকীয়া হাইস্কুল স্থাপন কৰে, গুৱাহাটীত ১৯৩০ চনত কামৰূপ একা-ডেমি হাইস্কুল প্ৰতিষ্ঠিত হয়। আন আন সহকৰ্ম্মী সকলৰ লগত তৰুণৰামে যথা সাধ্য চেষ্টা কৰিছিল।

বানপানীৰ উপদ্ৰৱঃ—ইংৰাজী ১৯২৯ আৰু ১৯৩৪ চনত নগাঁও জিলাত আৰু ১৯৩০ চনত কামৰূপ জিলাত হোৱা বানপানীত কষ্ট পোৱা প্ৰজা, জীৱ-জন্তু আদিৰ দুখ মোচনৰ অৰ্থে ফুকন ডাঙৰীয়াই প্ৰাণ-পনে চেষ্টাও কৰিছিল আৰু তেখেতে দেশ-বিদেশৰ পৰা বহুতো অৰ্থ সংগ্ৰহ কৰি বিপদ গ্ৰস্ত মানুহক সকলো বিষয়ে সহায় কৰিছিল।

**কানি আন্দোলনত**ঃ—অসমত কানীয়াৰ সংখ্যা ক্ৰমান্বয়ে বেছি হৈ অহাত অসমীয়া ৰাইজৰ বিশেষ অনিষ্ট হয় আৰু কংগ্ৰেছে এই বিষয়ে কঠোৰ চিন্তা কৰিব লগাত পৰে। ইংৰাজী ১৯২২ চনত তৰুণৰামে কংগ্ৰেছৰ পক্ষৰপৰা অসমৰ নানা ঠাই ঘুৰি-পকি ৰাইজৰ মাজত গৱৰ্ণমেণ্টৰ বিৰুদ্ধে সুন্দৰ বক্তৃতা দি ফুৰিছিল। এই চনতে গৱৰ্ণমেণ্টে অসমত কানি প্ৰচলন সম্পৰ্কে তদন্ত কৰিবলৈ কংগ্ৰেছৰ পক্ষৰ পৰা সমিতি নিযুক্ত কৰিছিল। মিঃ ৰেভাঃ চি, এফ্ এনড্ৰুজ আছিল, ইয়াৰ সভাপতি। দেশহিতৈষী তৰুণ ফুকনে এই সমিতিৰ সদস্য হৈ যথেষ্ট কাম কৰি অসমবাসীৰ শলাগৰ পাত্ৰ হয়।

ইংৰাজী ১৯৩৪ আৰু ১৯৩৮ চনত তেখেতে অসমৰ কানি প্ৰচলন বিষয়ে "কানি যে মহা বিষ" এই মহা বিষে অসমীয়া জাতিৰ প্ৰধান ধ্বংসৰ কাৰণ তাৰ সুন্দৰ ব্যাখ্যা অসমীয়া ৰাইজক ভালদৰে বুজাই দিছিল। ১৯৩৯ চনত অসম কংগ্ৰেছ কোৱালিশন মন্ত্ৰী সভায়ো অসমৰ কানি নিবাৰণৰ যথাসাধ্য চেষ্টা কৰিছিল।



ইয়াৰ বাহিৰেও তৰুণৰামে গুৱাহাটী সোণাৰাম হাইস্কুলৰ প্ৰেচিডেণ্ট কটন কলেজ, কলেজিয়েট স্কুল, উইভিং স্কুল, কামৰূপ অনুসন্ধান সমিতি শিল্প সমিতি, কৃষক সম্মিলন প্ৰভৃতিৰ কাৰ্য্যকৰী সমিতিৰ সভ্য নিযুক্ত আছিল। অসমত বিশ্ব-বিদ্যালয়, মিউজিয়াম, হাইকোৰ্ট, মেডিকেল কলেজ, প্ৰতিষ্ঠাৰ্থে অসমৰ পৰা বঙাল খেদা আন্দোলন, ছিলেট বিচ্ছেদ, অসমীয়া স্ত্ৰী শিক্ষা, অস্পৃশ্যতা বৰ্জ্জন আদি অসমীয়াৰ সকলো জাতীয় আন্দোলনতে দেশভক্ত ফুকন প্ৰধান সেনাপতি আছিল। তেখেতৰ মৃত্যুত আজি এই সকলোবোৰ আন্দোলন প্ৰাণহীন হৈ পৰাৰ দৰে হৈছে।

ফুকন ডাঙৰীয়াৰ স্বভাৱ, চৰিত্ৰ, চেষ্টা, পৰিশ্ৰম, যত্ন, বদান্যতা, পৰোপকাৰ, সৎসাহ, পৰাক্ৰম, শক্তি, দেশৰ মঙ্গল, জ্ঞান-গৌৰৱ প্ৰভৃতিৰ বিষয়ে অসমবাসীয়ে কেতিয়াও পাহৰিব নোৱাৰে। সেই জন মহাপুৰুষৰ গুণ গৌৰৱ আৰু জ্ঞান গৰিমাপূৰ্ণ ত্যাগৰ চিনাকি দিবলৈ ভাষা বিচাৰি পোৱা টান।

## জাতীয় যুদ্ধৰ সেনাপতিত "তৰুণৰাম"

জাতীয় যুদ্ধত ভাৰত মাতৃৰ যি সকল সুসন্তানে নিজৰ ব্যক্তিগত সকলো স্বাৰ্থ বলি দি দেশ আৰু দহৰ হকে আত্মনিয়োগ কৰিছিল তৰুণৰাম ফুকনেই সেই সকলৰ অন্যতম আছিল। সেই কাৰণেহে চেনেহী অসম আইৰ উজ্জলৰত্ন "তৰুণৰ" মৃত্যুত আজি গোটেই দেশ জুৰি শোকাশ্ৰু হৈ পৰিছে। অসম জন্মভূমিৰ গৌৰৱত সুমেৰুৰ সমান উচ্চশিৰ দেখুৱা প্ৰজ্জলিত নায়ক আছিল ফুকন। সচাঁকৈ তেওঁ আছিল আমাৰ অসমৰ এজন মুকুট বিহীন ৰজা। তেজত নেতৃত্বৰ বীজলৈ তৰুণৰাম

আমাৰ দেশলৈ আহিছিল। জীৱন জুৰি সুখে দুখে বিপদে আপদে ৰাষ্ট্ৰ সঙ্কট আৰু ৰাষ্ট্ৰ বিপ্লৱৰ মাজত জাতীয় জীৱন ৰথৰ বঘ জৰী ধৰি মৰণৰ দিনালৈকে দেশক সাৰটি বাট দেখুৱাই নিয়া কঠোৰ কৰ্ত্তব্যৰ পৰা পিছ নহহকি আৰু অন্তৰেৰে যি সময়ত পথ যি দেশৰ উন্নতিৰ সোৱাট বুলি তেওঁ নিজে বিশ্বাস কৰিছিল, তাতে অসীম দৃঢ়তাৰে আৰু অগাঢ় বিশ্বাসেৰে ঠিয় দি শেষ দিনালৈকে সমূহৰ নেতৃত্ব তেওঁ কৰি গ'ল। তেজত নেতৃত্বৰ বীজলৈ, মনত নেতৃত্বৰ মহাবল লৈ, বুকুত নেতৃত্বৰ সাহ, কণ্ঠত কোটি প্ৰেৰণা দিবপৰা বাণী লৈ তৰুণৰাম জন্ম হৈছিল, জীৱনৰ মাজেদি এই সৰ্ব্বোতোমুখী প্ৰতিভাৰ পৰম পূৰ্ণ বিকাশ দি, মৰণকো জয় কৰি ফুকন আজি মৃত্যুঞ্জয়ী আত্মা হৈ, অশৰীৰী হ'ল। দিনটিয়া ক্ষন্তেকীয়া জীৱনৰ খেলা সামৰি ফুকন ভাৰত বুৰঞ্জীৰ খিলঞ্জীয়া জীৱনৰ কাৰেঙত আজি নিগাজীকৈ প্ৰতিষ্ঠিত হ'ল। জনমত তৰুণৰামে যি গৌৰৱ লৈ আহিছিলে মৰণত সেই গৌৰৱ দেশ বাসীকে উপহাৰ দি গ'ল।

আজি যদি অসম এখন পূৰ্ণৰাষ্ট্ৰ হ'লহেতেন আৰু স্বাধীন দেশ থনে যদি কোনো প্ৰথম শ্ৰেণীৰ বিদেশীৰ ৰাজ্যৰ সৈতে কোনোবা এটি সূক্ষ্ম আৰু অতি গুৰুতৰ ৰাষ্ট্ৰ সম্বন্ধীয় পৰিস্থিতিৰ বিষয়ে কৃতকাৰ্য্যতাৰে মীমাংসা কৰিবলগীয়া হ'লহেতেন আৰু অসমৰে কালৰপৰা কোনো লোকে আন দেশৰ মেধাৱী ৰাজনীতিজ্ঞৰ ওপৰত নিজৰ ব্যক্তিত্বৰে নিজৰ বুদ্ধি মত্তাৰ প্ৰভাৱেৰে নিজৰ ৰাজনৈতিক সোঁত প্ৰতিসোঁত বিষয় বিচক্ষণ অভিজ্ঞতাৰে আৰু নিজৰ আনে একো পথ্যে নিবাৰিব বা প্ৰতিশোধ কৰিব নোৱাৰা সূক্ষ্ম আন পৈণত যুক্তি আৰু লোকক সেও মনাই শৰণ লগাব পৰা তৰ্কৰ প্ৰভাৱৰে আমাৰ ৰাষ্ট্ৰীয় স্বাৰ্থ সম্পূৰ্ণে বজাই ৰাখি, কোনো আৰ নথকা মীমাংসাত উপনীত হৈ আন জাতীয় বিজ্ঞ জনৰ ওপৰত নিজৰ ব্যক্তিত্বৰ প্ৰভাৱেৰে সাঁচ বহুৱাই কাৰ্য্য সুসম্পন্ন কৰি আহিবৰ আৱশ্যক হ'লহেতেন, তেন্তে তাৰ কাৰণে আৰু তাকে সুসমাধা



কৰিব পৰা যদি কোনোবা আমাৰ দেশত আটাইতকৈ উপযুক্ত লোক আছিল, তেন্তে নিঃসন্দেহে তেওঁ তৰুণৰাম ফুকনেই!

অসমৰ ৰাজনৈতিক ক্ষেত্ৰৰ এই অসীম ক্ষমতাৱন্ত পুৰুষ জনেই বিশ্বৰ ৰাজনৈতিক মেলত পতিয়ন নিয়াব পৰা যুক্তিৰে আৰু উপস্থিতিৰেই ব্যক্তিত্বৰ প্ৰভাৱ বিস্তাৰ কৰিব পৰা গুণেৰে ঠিয় হব পৰা লোক আছিল। ৰূপে, গুণে, শৌৰ্য্যে, বীৰ্য্যে, জ্ঞান গৰিমাই বুদ্ধি মেধাৰে এওঁৱেই অসমীয়াৰ প্ৰধান প্ৰতিনিধি হিচাবে মহাজাতিৰ মহামেলত বহি অসমীয়াৰ যশৰ গীত দহৰ মুখেৰে ফুটাই গোৱাই আহিব পৰা নিখুত পুৰুষ আছিল। অসমীয়াৰ ভিতৰত ৰাজনীতিৰ ভিতৰ বাহিৰ তলানলা ভালকৈ বুজা আৰু তাৰ দ তৰাং পানী ভালকৈ চিনিব পৰা আৰু গভীৰ পানীৰ তলিলৈকে মনিব আৰু ডুব চাকনৈয়া কাটি সাঁতুৰি তলিলৈকে বুৰমাৰি সকলোৰে তমগম লব আৰু বুজিব পৰা শিয়ান কুটবুদ্ধিয়া ৰাজনৈতিকৰ কুট আৰু বৈতৰ্কৰ কুৱলী কাটি কথাৰ স্বৰূপ চাব পৰা লোকো আমাৰ দেশত ফুকনেই আছিল। সেই কাৰণেই তৰুণৰামৰ জীৱনত মৰণৰ আৰ কাপোৰ পৰাত আজি দেশখনে ক্ষন্তেক থমকি ভাবিব লগীয়াত পৰিছে আৰু এশ বছৰেও ফুকনৰ গুণৰে গুণী, ফুকনৰ ব্যক্তিত্বৰ দৰে ব্যক্তিত্ব সম্পন্ন আৰু এজন প্ৰিয়তম নেতা হৈ জনমা লোক অসমে সোনকালে পাবনে নাপাই।

অসমীয়া জাতিৰ এতিয়া জীৱন যুজ জিনা নিৰ্ভৰ কৰিছে বিশেষকৈ বিচক্ষণ নেতৃত্বৰ ওপৰতহে। অসমীয়াই এতিয়া নিজে গম পাইছে অসমীয়াৰ সকলো উন্নতিৰ সমল সজুলি আছে বুলি। অসমীয়াৰ উন্নতিৰ কাৰণে প্ৰবল ইচ্ছাও বৰ্ত্তমান আৰু উন্নতিৰ বাটেদি খোজ দিবলৈকো গাত বলো পাইছে যথেষ্ঠ কিন্তু অসমীয়াৰ আৱশ্যক হৈছে সূক্ষ্মদৰ্শী, দূৰদৰ্শী, কাৰ্য্যপটু, স্বাৰ্থত্যাগী আৰু ব্যক্তিত্ব সম্পন্ন অতি মানৱ প্ৰায় নেতাৰ। জাতিক, জনতাক সদায় নেতৃত্বই লাগিবই। নেতাৰ ওপৰতেই বেছিভাগ

জাতিৰ ভৱিষ্যত নিৰ্ভৰ কৰে। সেই কাৰণেই তৰুণ ফুকনৰ আজি অসমত অভাৱ হৈছে, তেখেতে আজি অসমক এজন নেতাৰ লগৰ নেতাহীন কৰি গৈছে আৰু অসমক যোগ্যৱান মানুহৰ দুখীয়া কৰি থৈ গৈছে।

যেতিয়াই আমি যি জাতিলৈ বা যুগলৈ চকু দিও তাতে দেখিবলৈ পাওঁ সংসাৰৰ আকোৱা পকোৱা বাটেদি বাট বুলি বাট হেৰুৱাই, কোনো চৌআলিৰ মূৰত, জীৱন আশাৰ টোপোলাৰ মেটমৰা ভাৰ কান্ধত লৈ, আগত নিৰাশাৰ নৈ দেখি, নাইবা হতাশৰ মহা সমূদ্ৰৰ গৰ্জ্জন শুনি বিবুদ্ধি বিচুৰ্ত্তি আৰু বেবুৱা। কোন বাটেদি গৈ নিজৰ লক্ষ্যস্থান, বা গম্যস্থান পাবগৈ তাক কব নোৱাৰি আৰু চিনিব নোৱাৰি বিমোৰ হৈ কৌটি কৌটি মানুহ পথভ্ৰান্ত হৈ বিচলিত হৈ ঘূৰি ফুৰিছে বা মুৰে কপালে হাত দি নিজৰ আশাকে আসন পাতি বহি হাহমুনিয়াহ চাৰিছে। সদায় এনে অৱস্থাত দেখো একো একোজন ক্ষণজন্মা পুৰুষ উপজি দেশক নিজৰ লক্ষ্যলৈ লৈ গৈছে। এবাৰি মুখৰ প্ৰেৰণাময়ী বাণীৰে লাখো প্ৰাণীৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰিছে, এবাৰি উদ্দীপনা বাণীৰে দেশক জীয়াই জীৱন যুজত জিনাই মানুহৰ অগ্ৰগামী অভিযান জয়শ্ৰীমণ্ডিত কৰিছে। আচল নেতাৰ অভাৱত কত জনতা, কত দেশ, কত জাতি তলমুৰ হৈ পৰি যাত্ৰীৰ গহ্বৰত ত্ৰাহি ত্ৰাহি সুনৰিছে আকৌ কত দেশ, কত জাতিয়ে নেতৃত্বৰ প্ৰেৰণাত আৰু প্ৰভাৱত মৰণকো জিনি দিগ্‌বিজয়ী হৈ বিজয় লক্ষ্মীক আদৰি আনি নিজ মন্দিৰত থাপনাত থাপি হীৰা খটোৱা সোণৰ মুকুট পিন্ধাই পৃথিবীত উচ্চশিৰ। কিন্তু বঞ্চিত এই পুৰুষ সিংহ সকলো জাতিৰ সকলো সময়তে ভাগ্যত নঘটে। যাৰ ঘটিছে তাৰে ভাগ্য মন্দিৰত জয় শঙ্খ বাজি উঠিছে, ষোড়শপচাৰে দেশ মাতৃৰ পূজা চলিব লাগিছে, দেশ আৰু তাৰ নিৰ্ম্মালি আৰু প্ৰসাদ পাই দেশবাসী ধন্য সুখী আৰু গৌৰৱদীপ্ত হৈছে আৰু তেওঁলোকৰ পূজাৰ পত্ৰ, দীপ ধুপৰ গন্ধাৱলীয়ে দশোদিশ আমোলাই তুলিছে।



ভাৰতৰ ভাগ্য আকাশতো আজি ক্ষণ জন্মা নেতৃত্বৰ অভ্যুদয় হৈছে। অসমৰো সেই ভাগ্য হৈছিল তেনে নেতা পাই। দেশভক্ত তৰুণৰাম ফুকনক পাই। নিজৰ জীৱন সংসাৰী সুখ, সংসাৰিক ভৱিষ্যত পন কৰি তেখেতে ভাৰত সভাত অসমীয়ালৈ আহল-বহল ঠাই উলিয়াই দি গ'ল। নিজৰ বুদ্ধি মেধা আৰু ব্যক্তিত্বৰ গুণেৰে ভাৰত বাসীক দেখুৱাই গ'ল, অসমীয়াৰ মাজতো বাছক বনিয়া মানুহ আছে, অসমীয়া মানুহো ভাৰতৰ আন আন প্ৰদেশ বাসীৰ সমকক্ষক।

এখন দেশৰ কোনো ক্ষেত্ৰত, সেই সেই ক্ষেত্ৰৰ নেতা ওলোৱা ৰৱ টান হয়। কিন্তু এজন মানুহতে সৰ্ব্ব গুণ বিৰাজ কৰা দৃষ্টান্ত কমেই। কিন্তু তৰুণৰাম ফুকন আছিল সৰ্ব্বগুণাকৰ নেতা। তেখেতকে অকল ৰাজনৈতিক নেতা বুলিলে, তেখেতৰ বহু গুণ বিশিষ্ট ব্যক্তিৰ মহিমা ক্ষুণ্ণ কৰা হব। ৰাজনৈতিক ক্ষেত্ৰত সুপণ্ডিত তৰুণ ফুকন, এজন ৰাজনীতি বিশাৰদ তপস্বী বক্তা, সাহিত্যৰ প্ৰধান সেৱক, জাতীয় ললিত কলাৰ প্ৰতি প্ৰগাঢ় অনুৰাগ আৰু তাৰ উন্নতিৰ কাৰণে যত্ন পৰ, দেশৰ শাৰীৰিক উন্নতি বিধানত তৎপৰ দেশৰ উচ্চ শিক্ষা, লোক শিক্ষাৰ কাৰণে ব্যগ্ৰ, জাতিৰ শৌৰ্য্য বিৰ্য্য জগাই, জাতিৰ মানুহৰ পৌৰুষৰ জীৱন্ত মূৰ্ত্তি স্বৰূপ মৃগয়া মুগ্ধ ফুকন ধৰ্ম্মলৈ মালিয়ান নোহোৱা ভক্তিৰে তেখেতে জাতিৰ সভ্যতাৰ সকলো বিভাগতে ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, শাৰিৰীক উন্নতি জাতীয় কৃষ্টি, সাহিত্য সঙ্গীত, কৃষি, শিল্প আৰু ললিত কলা সকলো বিষয়তে ব্যুৎপত্তি, আগ্ৰহ থকা আৰু এই বিলাক বিষয়ে অধ্যয়ন অনুশীলন কৰোঁতা আৰু উৎসাহ দিওতা তৰুণৰাম অকল ৰাজনৈতিক নেতা বুলিলে হিমালয় পৰ্ব্বতৰ মাথোন কোনোবা এটা শিখৰক হিমালয় বোলাৰ দৰেহে হব। তেজস্বী সকলৰ জীৱন চৰিত্ৰ উপযুক্ততা আমাৰ ধাৰণাৰ কালৰ পৰাই পৰ্য্যাবেক্ষণ কৰি তেওঁ লোকলৈ কতাক্ষপাত কৰোহঁক। ইয়াৰ কাৰণেই আমাৰ মাজত ডাঙৰ ৰাজনৈতিক

কবি, দাৰ্শনিক সাহিত্যিক, বৈজ্ঞানিক, আৰু ক। শিল্পী সকলক আমি বুজিব পৰা কাৰ্য্যাবলীৰ বাবে মুৰত তুলি লৈ আমাৰ থৰা মনে ঢুকি নোপোৱা তেওঁ লোকৰ কাৰ্য্যাবলীৰ বাবে আৰু তেওঁ লোকৰ জীৱনৰ কিছুমান বিচিত্ৰ ব্যৱহাৰ আমি বুজিব নোৱাৰৰ বাবে আমাৰ কাৰণে নাভূত নাশ্ৰুত আৰু অদ্ভুত যেন হৈ পৰে। তাৰ বাবে মুখ বিকতাই তেওঁ লোকৰ সেই বিচিত্ৰ কাৰ্যাৰ বিষয়ে দকৈ গমি পিটকি চাবলৈ নগৈয়েই একোটা অবাঞ্ছনীয় মন্তব্যৰে তেওঁ লোকৰ গৌৰৱ মুকুট লৈ আলাঙ্কু ছটিয়াও। সাধাৰণ জনতাই এনে ঠেক মনা আৰু ভ্ৰান্তি মূলক ব্যৱহাৰ সদাই বিশিষ্ট সকলৰ ওপৰত সকলৰ ওপৰত কৰি আহিছে আৰু কৰি থাকিবও। থাকিলেই বা। জন সাধাৰণে কাৰোবাক ভুল বুজিলে বা নুবুজিলে, পাহৰিলে বা নাজানিলে সেই বিশিষ্টতা কমিব জানো। মহতৰ মহত্ব কমিব জানো। বেলিটোক পৃথিবীৰ পৰা উদ্ভূত হোৱা ডাৱৰে গৈ ঢাকিলে পৃথিবীৰ মানুহে হে বেলিটোক আধা দেখা বা নেদেখা হয়। কিন্তু উদ্ধতৰ বিমানৰ বেলিটোক সেই ডাৱৰে দূৰেৰ পৰা কাৰোবাৰ কাৰণে আৰ কৰিলে, বেলি বিশ্ব জগতৰ আগত উজ্জ্বল হৈ থাকে, বেলিৰ ওচৰলৈ ডাৱৰ যাব পাৰে জানো ? পৃথিবীৰ নিজৰ গৰ্ভৰ কণা ডাৱৰ বেলিৰ আগত তৰি বেলিক আৰ কৰি নিজকে মাথোন বেলিৰ তাপ আৰু পোহৰৰ পৰা বঞ্চিত কৰে, বেলিটোক ঢাকিবও নোৱাৰে, বেলিটিক মলিয়ন কৰিবও নোৱাৰে !

তৰুন ফুকনৰ শেষ ভাগত দেশৰ এদল লোকৰ দেশ বিষয়ক কাৰ্য্য পদ্ধতিত সমুলি বিশ্বাস নথকাত আৰু তেওঁ লোকৰ অন্তঃকৰণেৰে আন কাৰ্য্য পদ্ধতি বিশ্বাস কৰাত তেখেতৰ দেশৰ ৰাজহুৱা জীৱনৰ ভাগ লওতা বহুতৰেই সতে ভালকৈ ৰাহি নাহিছিলে। তাৰ বাবে তেখেতে নিজেকে মাজে সময়ে ৰাজহুৱা জীৱনৰ পৰা আঁতৰাই ৰাখি দেশৰ সেই সকলো তেওঁক সোঁ বাট বুলি ভৰা দেশৰ উন্নতিৰ বাটেদিয়েই নিশ্চয়



হলেও এদিন নহয় এদিন বাট বুলিবহি বুলি দৃঢ় বিশ্বস কৰি, সেই দিনালৈ অপেক্ষা কৰি আছিল আৰু তেওঁৰ মত এদিন ফলিয়াও দেখি গ'ল।

এদিন তৰুণ ফুকনৰ সবিতা-সম-প্ৰভ ব্যক্তিত্বই অসমৰ সকলোৰে তেওঁলৈ শ্ৰদ্ধাত মুৰ দোৱাই ৰাখিছিল, অসমৰে নহয় ভাৰতবৰ্ষৰে। গোটেই ভাৰতবৰ্ষৰ পৰা এই দৰে সন্মান অৰ্জা লোক আমাৰ ভিতৰত ফুকনৰ আগতে আছিল মাথোন স্বৰ্গীয় আনন্দৰাম বৰুৱা, তাৰ দ্বিতীয়তে তৰুণৰাম ভাৰত বিশ্ৰুত হৈ অসমীয়াৰ কপালত গৌৰৱৰ সোণৰ সেন্দুৰৰ ৰেখা জিলিকালে। ভাৰতৰ মেধাৱী ৰাজনৈতিক ডাঙৰীয়া সকলৰ সতে সমানে আগ ভাগ পাই ৰঙা থঙাত বহিবলৈ আসন পালে ফুকনেই। তৰুণৰামৰ গৌৰৱৰ পোহৰে অসম জননীৰ মুখ উজলিলে, ভাৰতবৰ্ষই অত যুগ যুগান্তৰৰ পাছত এই পোহৰতে ভালকৈ অসমৰ মুখ দেখি চিনিব পাৰিলে।

তৰুণ ফুকন আৰু নবীন বৰদলৈ আছিল দুজন অসম জাতীয় বীৰ। তৰুণ ফুকন-নবীন দলৈ, দেশে দেশে মিটিং কৰে। গাৱলীয়া ছোৱালী আৰু গাৱলীয়া তিৰোঁতাৰোঁ গীতৰ ভিতৰত সোমাই যোৱা, জাতীয় জীৱনৰ হাৰে হিমজুৰে প্ৰৱেশ কৰি মচিব নোৱাৰা ধৰণে অসমীয়াৰ মনত আসন গ্ৰহণ কৰা অসহযোগী আন্দোলনৰ বীৰদ্বয় ফুকন-বৰদলৈ চাৰে তিনি বছৰৰ আগা পিচাকৈ অমৰ ধামলৈ প্ৰয়ান কৰিলে। ফুকন-বৰদলৈ অসমৰ এই নতুন যুগৰ জাতীয় বীৰ, জাতীয় আশা-আকাঙ্ক্ষা, সাহস-বীৰত্ব শক্তি সামৰ্থ্যৰ প্ৰতীক। জাতি বৰ্ণ সম্প্ৰদায় নিৰ্ব্বিশেষে সকলোৱে এই কথা স্বীকাৰ কৰে। চহৰত থকা উচ্চ তৰপৰ কেই জন মানৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা হয়তো সহজ, কিন্তু শিক্ষিত নগৰীয়াৰ পৰা গাৱঁৰ ৰায়তলৈ সকলোৰে মনত ঠাই অধিকাৰ কৰা সকলোৰে পক্ষে সহজ নহয়। বেলি মাৰৰ পিছত অন্য কোনোৱে এই দৰে একত্ৰিত অসমৰ জাতীয় বীৰৰ আসন গ্ৰহণ কৰিব পৰা নাই। অসমী আইৰ

শ্ৰেষ্ঠ দান হিচাবেই স্বদেশৰ হকে আত্ম বলি দান কৰিলে দেশভক্ত তৰুণ ফুকনে।

তৰুণৰাম আছিল আমাৰ অসমৰ কৰ্ণধাৰ জাতীয়তা নাওঁৰ গুৰিয়াল। তেনে এজন গুৰিয়ালক আমি এই সন্ধিক্ষণত অকালতে হেৰুৱাই থমকি ৰব লগাত পৰিছোঁ। চাৰিও ফালে হুৰা-হুৰা ধুৰলি-কুৰলি তেওঁৰ গুণ ৰথানি বিশেষত্ব গৰিমা, গৌৰৱৰ বৰ্ণনা দি শেষ কৰিব নোৱাৰি। কিন্তু এইটো ঠিক যে, ভাৰতৰ কুমাৰিকাৰ পৰা কাশ্মিৰলৈকে গুজৰাটৰ পৰা শদিয়ালৈকে ইমুৰৰ পৰা সিমুৰলৈকে গৈ অসমীয়া নামে চিনাকি দিবলৈ গলে, প্ৰথমে কব লাগিব তৰুণৰাম ফুকনৰ দেশৰ পৰা আহিছোঁ বুলি। যেতিয়া বলৈকে গৈছে ফুকনে অসমৰ নাম যশ গৌৰৱ বঢ়াই আহিছে। তেখেতে অসমক ডাঙৰ কৰি গ'ল। অসমে ফুকনক ডাঙৰ কৰিব পাৰিলেনে নাই সি ভাবিব লগীয়া কথা। বিশ্বতাই দেশ মাতৃকাৰ ওচৰত প্ৰত্যেক প্ৰদেশৰ শ্ৰেষ্ঠ দান বিচাৰিছে। দাতাকৰ্ণ ই নিজ পুত্ৰক দান দিয়াৰ দৰে অসমী আয়ে তেখেতৰ শ্ৰেষ্ঠ দান স্বৰূপে আগ বঢ়াই দিলে তেওঁৰ গৌৰৱৰ সুযোগ্য পুত্ৰ দেশভক্ত তৰুণৰাম ফুকনক।

আই মোৰ অসম নিচলা অসম দুখিনী অসম আমাৰ দেশৰ দুখ বেজাৰ গুচাম বুলি ভৰপুৰ যৌৱনৰ আৰম্ভণতে তৰুণ ফুকনে যি আদৰ্শ দৃঢ় সঙ্কল্পেৰে গঢ়ি আনিছিল তাক তৰ চেঙিয়াৰ ডেকাৰ গঞ্জনা উনৈছত বা বিলোৱা লেখকৰ ব্যঞ্জনা, পতনুৱা মতাৱলম্বী কাকতৰ ককৰ্থনাই ৰাজনৈতিক জোঁৱাৰ শাঁটাৰ সোঁতত উটাই দিও এজুলিমানো কক্ষচ্যুৎ কৰিব নোৱাৰিলে। স্বৰাজ সংগ্ৰামত জাপ দি পৰি নিকাৰ ভুঞ্জি তৰুণৰামে দেশভক্ত নাম পাইছিল যেনেকৈ, সেই স্বৰাজৰে ভেটি কংগ্ৰেছ মিলিত মন্ত্ৰীসভা প্ৰতিষ্ঠা কৰাৰ উদ্যোগ থাচিয়া জয়ন্তীয়া পাহাৰৰ প্ৰসিদ্ধ চিলং নগৰীত অবিশ্ৰান্ত চেষ্টাৰ বল দি দেশ ভক্ত নামৰ সাৰ্থক কৰিছিলও তেনেকৈ।



অসম প্ৰদেশৰ যোৰহাট টী কোম্পানীৰ চেনীমৰা ক্লাৱত সন্ধিয়া মেল বহিছে। তালৈকে নবীন বৰদলৈ, তৰুণ ফুকন দুয়োজনে নিমন্ত্ৰিত, অসমৰ সোঁহাত, বাওঁহাত নবীন-তৰুণ দুয়ো সাত শত্ৰুৰ মাজত যাৰ অত্যাচাৰ ব্যভিচাৰৰ বিৰুদ্ধে দেখা দেখিয়ে বৃটিছৰ আদালতত ভয়ঙ্কৰ যুদ্ধ চলি আছে। ক্লাৱৰ অধ্যক্ষৰ ফালৰ পৰা কোৱা হ'ল নন্‌কো-অপাৰেচনৰ ব্যাখ্যা কৰিব লাগে। স্বাভাৱিক স্পষ্টবাদিতা সুলভ বাক্যেৰে কৰ্ম্মবীৰ নবীন চন্দ্ৰ গৰ্জ্জি উঠিল ভাৰতবৰ্ষৰ পৰা বৃটিছৰ আধিপত্য উঠাই দি তাৰ তাৰ ঠাইত ভাৰতীয়ৰ আধিপত্য স্থাপন কৰাটোৱেই অসহযোগ আন্দোলনৰ মুখ্য উদ্দেশ্য। তাৰ পিছত পাল পৰিল দেশভক্ত ফুকন ডাঙৰীয়াৰ। তেওঁ মিহি মাতেৰে বৃটিছ মেম্বাৰ বৃন্দক সম্বোধন কৰি কলে আপোনা ভাৰতবৰ্ষত আছেহি আলহী স্বৰূপে। আমাৰ ঘৰবোৰ ধুলিয়ে মাকতিয়ে জাৱৰে জোঠৰে দম খাই কেঁএৰাৰ গোলাৰ দৰে জগলি মোহন হৈ আছে। আমি চোন আমাৰ ঘৰখন পৰিষ্কাৰ কৰি লওঁহক। আপোনালোকে বাহিৰতে অলপ থিয় দি থাওঁক। আমাৰ ঘৰখনৰ আৱৰ্জ্জনা বোৰ গুচাই লব পাৰিলেই আপোনালোকৰ সেৱা শুশ্ৰূষাত ত্ৰুটি নকৰোঁ। কৰ্ম্মবীৰ নবীনৰ স্পষ্ট বাক্য শুনি চাহাব বিলাকৰ মুৰৰ ঘিউ উতলি গৈছিল যদিও চাণক্য নীতিত সুপণ্ডিত দেশভক্ত তৰুণৰামৰ সুৱৰৱাহী ভাৱাই শান্তিবাৰি ছটিয়াই তাক চেঁচা কৰি পেলালে। এই খিনিতে ফুকনৰ দূৰদৰ্শীতাৰ ভাল প্ৰমাণ হৈছিল। বৰ্ত্তমান অসমীয়াই অদ্বিতীয় নেতা তৰুণৰাম ফুকনৰ নেতৃত্ব মানি চলিবলৈ অভাৱ হ'ল। আজি এই গৰাকী মহাপুৰুষ মহাপ্ৰয়াণৰ পিছত মুহূৰ্ত্ততে গোটেই অসম দেশ হুৰাহুৰা লাগিছে, অসমীয়া মাত্ৰেই ইনাই বিনাই কান্দিব লাগিছে।

ফুকনে ভাৰত মাতৃপূজাৰ এই আসমুদ্ৰ হিমাচল জোৰা মন্দিৰটোত অসমী আইৰ ফালৰ পৰা ঢাকি এগছ আগবঢ়াই ভাৰতী আইৰ বেদীৰ ওচৰত ধৰি ভাৰতী আইৰ বেদীৰ এচুক পোহৰালে। আজিও সেই

শলিতা গছি জলিব লাগিছে। অসমৰ সৌভাগ্য ফুকনৰ পিছত সেই চাকিত তেল বোঁগাওতা অসমীয়া দুই চাৰিজন ওলাইছে আৰু সেই ভাৰতি পূজাৰ বাতি অখণ্ডকৈ জ্বলাই ৰাখিব পাৰিছে। অসমীয়াৰ এই ভাৰতি আইৰ বেদীত দিয়া চাকিত তেল লুইতৰ পানীৰ দৰে মুশুকুৰাকৈয়ে পৰি থাওঁক আৰু তাৰ শলিতা ডাল নেজাল তৰাটোৰ নেজৰ দৰে দীঘল হৈ তাৰ মুৰত নেজাল তৰাটোৰ দৰে উজ্জল দীপ শিখা মুহুমুৰাকৈ জ্বলি থাওঁক। যি গছি শলিতা তৰুণ ফুকনে জ্বলাই দি গ'ল তাক অসমীয়া পো-পোৱালীয়ে দুগুণে তিনিগুণে উজলাই উজলাই যুগে যুগে জ্বলাই ৰাখক। অসমী আইৰ আশীৰ্ব্বাদ লৈ কাললৈ মুমোৰা ফুকনৰ স্মৃতি লীলা জুই কুৰাই চিৰকাললৈ অসমত পোহৰ বিলাই থাকোঁক।

## "গান্ধি-জয়ন্তীত" তৰুণ

ইংৰাজী ১৯৩৯ চনৰ ২ অক্টোবৰ তাৰিখে সত্যানুসন্ধিৎসু, অহিংসাৰ সাধক, ভাৰতৰ ৰাষ্ট্ৰগুৰু, যুগাৱতাৰ মহাত্মা গান্ধিয়ে ৭০ বছৰৰ ডেওনা পাৰ হৈ ৭১ বছৰত ভৰি দিয়ে।

মহাত্মা গান্ধিৰ সত্যান্বেষণৰ ধাৰা আৰু তাৰ ফল অহিংসানীতি জগতলৈ এটা বিৰাট দান। তেওঁৰ এই নীতিয়েহে মানুহক মানুহ কৰি তুলিব। তেওঁ কয়, পাশবিকতা কোনো ক্ষেত্ৰতে মনুষ্যোচিত গুণ বুলি পৰিগণিত হব নোৱাৰে। মানুহ প্ৰকৃততে সত্যাগ্ৰহী আৰু ইয়াতেই তাৰ মানৱত্ব।

এই দেখিয়েই তেওঁ কয়, কি ধৰ্ম্মনীতি, কি সমাজ-নীতি, কি ৰাজনীতি মানুহৰ জীৱনৰ কৰ্ম্মৰ সকলো ক্ষেত্ৰতে এই অহিংসানীতিৰ দ্বাৰাই কাম সমাধা কৰা দৰকাৰ। জীৱন এক আৰু তাৰ নিয়ন্ত্ৰিত কৰিবলৈ, উপযুক্ত ৰকমে প্ৰকাশ কৰিবলৈ ধৰ্ম্মনীতি, ৰাজনীতি আদিৰ সৃষ্টি। গতিকে ইয়াৰ কোনোটোৰে সমস্যা বেলেগ বেলেগ সমাধান কৰিব নোৱাৰি, আৰু সেই সমস্যা সমাধানত বেলেগ বেলেগ নীতি হিংসা আৰু অহিংসা প্ৰয়োগ কৰিব নোৱাৰি। তেওঁ উপলব্ধি কৰিব পাৰিছে, মানুহৰ শক্তি থাকে অন্তৰত কামনাত নহয়, সহজ সত্য কূটনৈতিক মিছাত নহয়। কৰ্ম্মৰ উদ্দেশ্যৰ লগত কৰ্ম্ম-প্ৰণালীৰ ওচৰ সম্বন্ধ আৰু মানুহে বিচাৰে উধাবলৈ নামিবলৈ নহয়।

মানুহ এই দৰে উধাবলৈ হলে তাক লাগে চিন্তাৰ স্বাধীনতা আৰু বাহ্যিক অভাৱহীনতা কিন্তু তাৰ বাহ্যিক অভাৱ বেছি নহয়, যথা সম্ভৱ কম। সেই বুলি উদাহৰণ স্বৰূপে, আধুনিক বিজ্ঞানৰ সুফল বোৰ ভোগ নকৰিবলৈ তেওঁ কোৱা নাই কিন্তু এই বোৰ সকলোৰে সুবিধাৰ বাবে ব্যৱহৃত হব লাগিব। ভাৰতবৰ্ষ খেতি প্ৰধান দেশ, শতকৰা ৯০ জন লোকেই খেতিয়ক। গতিকে ইয়াত সেয়েই উপযোগী নীতি, যি এই লোক সকলৰ মঙ্গল কৰিব আৰু এই বাবেই খাদিৰ প্ৰচাৰ আৱশ্যক। ভাৰতত যন্ত্ৰ শিল্পৰ আৱশ্যকতা আছে, কিন্তু মহাসমৰৰ অৱস্থা সৃষ্টি কৰিবৰ বাবে নহয়। এই বাবেই তেওঁ হব খোজে এজন খেতিয়ক। আকৌ দলিত, লাঞ্ছিত যিবোৰ, সেই বোৰেঁ "হৰিজন"। সমগ্ৰ মানৱৰ কল্যানেই তেওঁৰ সাধনাৰ বস্তু। তেওঁ এজন খেতিয়ক ঋষি।

এই দৰেই তেওঁ এতিয়াও সত্য অন্বেষণ পথৰ পথিক হৈ চলিছে। বাটত তেওঁ যি অভিজ্ঞতা লাভ কৰিছে, তাকেই তেওঁ দিছে দেশবাসীক, বিশ্বাসীক। তেওঁৰ বিশ্বাস, যি কাম এজনৰ বাবে সাধ্য হয়, সেই কাম অন্য সকলোৰে বাবেও সাধ্য হব আৰু এই বিশ্বাস লৈয়েই তেওঁ দেশবাসীক তেওঁৰ অহিংসনীতিত দীক্ষিত কৰিছে কিন্তু দেশে তেওঁক সমগ্ৰভাৱে গ্ৰহণ কৰিব পাৰিছে নে নাই, সন্দেহৰ কথা। ভাৰতে তথা পৃথিবীয়ে যেতিয়া এই সত্য উপলব্ধি কৰিব, তেতিয়াহে পৃথিবীলৈ শান্তি আহিব বুলি আশা কৰিব পাৰি। ধ্বংসেৰে শান্তি আনিব খোজাটো ব্যৰ্থ চেষ্টা মাথোন।

আমি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, যিজন পুৰুষক তেওঁ শান্তিৰ দূত পাতি পৃথিবীত অহিংসনীতিৰে শান্তি আনিবলৈ পঠিয়াইছে, তমসাচ্ছন্ন মানৱ সমাজৰ মাজত শান্তিৰ উজ্জ্বল আলোক পূৰ্ণ ভাৱে বিকিৰণ নকৰা পৰ্য্যন্ত যেন তেওঁ তেওঁক আতঁৰাই নিনিয়ে।

মহাত্মা গান্ধিৰ ৭০ বছৰীয়া জয়ন্তী উৎসৱত সমগ্ৰহ ভাৰতৰ নৰ-নাৰীয়ে মহা আনন্দৰে যোগ দিয়ে, কিন্তু বৰ দুখ আৰু পৰিতাপৰ বিষয় এই যে "বিশ্ব-বিধতাই" এই মহৎসৱৰ দুমাহ আগতে অসমৰ ৰাষ্ট্ৰ গুৰু দেশভক্ত তৰুণৰাম ফুকনক কালে হৰণ কৰি নিলে।

## নিয়তিৰ নীতি আৰু বিশ্বৰ ৰাজনীতিত তৰুণৰাম

ইংৰাজী ১৮৭৭ চনৰ পৰা ১৯৩৯ চনলৈকে প্ৰায় ৬২ বছৰ দেশভক্ত তৰুণৰাম ফুকনৰ ভৱলীলাৰ ৰাজত্বৰ কাল। এই থিনি কালত বৃটিছ ৰাজ পৰিয়ালবৰ্গৰ ভিতৰত এজনা সম্ৰাজ্ঞী ৰাণী ভিক্টোৰীয়া, তেওঁৰ পুতেক সপ্তম এডোৱাৰ্ড, তেওঁৰ পুতেক পঞ্চম জৰ্জ, তেওঁৰ পুতেক অষ্টম এডোৱাৰ্ড নামে তিনি জন সম্ৰাটে ৰাজত্ব কৰে। ইংলণ্ডৰ বুৰঞ্জীত জিলিকি থকা স্বাধীন প্ৰিয় সম্ৰাট অষ্টম এডোৱাৰ্ডে চন্দ্ৰ-সূৰ্য্য অস্ত নোযোৱা বিশাল বৃটিছ সাম্ৰাজ্যৰ গৌৰৱৰ সিংহাসন স্বইচ্ছাই পৰিত্যাগ কৰি, বিশ্ববাসীক স্বাধীনতাৰ মহাময়ী আদৰ্শ দেখাই যোৱাত, তেওঁৰ আপোন ভায়েক ষষ্ঠ জৰ্জে বৃটিছ সিংহাসনত বহে। মহাৰাণী ভাৰতেশ্বৰী ভিক্টোৰীয়াৰ দিনৰে পৰা দেশভক্ত ফুকন ডাঙৰীয়াই, সামাজিক, ৰাজনৈতিক আদি সকলো ক্ষেত্ৰতে ভাৰতৰ আৰু অসমৰ ক্ৰমোন্নতি দেখি গ'ল। ফুকন ডাঙৰীয়াৰ দিনতেই বৃটিছ শাসীত পৰাধীন ভাৰতবৰ্ষই স্বায়ত্ব শাসনৰ বাটেদি খোজলৈ উজ্জ্বল ভবিষ্যতৰ মধুৰ সপোন দেখিব ধৰিছে। অসমৰ বৰ দুৰ্ভাগ্য যে এই সপোন দিঠকত পৰিণত হবলৈ নৌপাওতেই



দেশভক্ত ফুকন ডাঙৰীয়াই চিৰশান্তিধামলৈ যাত্ৰা কৰিলে। সঁচাকৈয়ে মানুহে যাক ভাল পায়, তেওঁৰ ওপৰত ভগৱানৰোঁ চকু নপৰাকৈ নাথাকে। ভাৰত আৰু অসমলৈ বৃটিছ সিংহাসনৰ পৰা স্নেহ আৰু আশীৰ্ব্বাদ দিনক দিনে প্ৰৱলতৰ বেগেৰে বৈ আহিব ধৰিছে যে এই স্নেহৰ সুঁতিয়ে নিশ্চয় আমাৰ সম্ৰাটক এদিন উটুৱাই আনি অসম পোৱাবহি। সেই শুভক্ষণ উপভোগ কৰিবলৈ "বিশ্ব বিধতাই" দেশভক্ত ফুকন ডাঙৰীয়াক আমাৰ মাজত নেৰিলে। শিৰৰ মুকুট "তৰুণ ফুকন" বিহীনে আমাৰ অসমখন শুদা হৈ পৰিল। কেৱল অসমক নহয়, গোটেই পৃথিবীকে আজি বিষাদৰ ক'লা ডাৱৰে আগুৰি ধৰিছে। তৰুণ ফুকন ডাঙৰীয়াৰ জীৱিত অৱস্থাৰে পৰা আৰু তেখেতৰ মৃত্যুৰ পিছৰ পৰাই ভয়ঙ্কৰ ৰক্ত পিপাসুৰণচণ্ডীয়ে নিদাৰুণ মূৰ্ত্তিৰে নাচি নাচি বিশ্ব জাতিৰ স্বাধীনতা ক্ৰমান্বয়ে গ্ৰাস কৰিব ধৰিছে। কোনে জানে ক'ত আৰু কেতিয়া ইয়াৰ তৃপ্তি সাধন হব ? জাৰ্ম্মান, ৰুচিয়া, জাপান, ইটালি আদি মহা পৰাক্ৰমী জাতি সমূহৰ প্ৰত্যেকৰে লেলুপ্ত জিহ্বা দিনক দিনে প্ৰৱল ভাৱে বাঢ়ি গৈছে। এই মহা নিদাৰুণ কাল অগ্নিয়েই ভয়ঙ্কৰ মূৰ্ত্তি ধৰি সংসাৰ আৰু সভ্যতা ছাৰখাৰ কৰি পেলাব পাৰে।

মানৱ জাতিৰ ৰাজনৈতিক তথা সামাজিক বিবৰ্ত্তনৰ পথত মাজে মাজে ভয়ঙ্কৰ সঙ্ঘৰ্ষ ঐতিহাসিক সত্য। মানৱ সভ্যতাই যেতিয়া ক্ৰম-বিকাশৰ বাটত এটা স্তৰৰ পৰা আন এটা স্তৰলৈ উঠিব খোজে, যেতিয়া তাৰ স্থিতিশীল বিৰুদ্ধ শক্তিটোৱে প্ৰগতিশীল শক্তিটোৰ গতিত বাধা দিয়ে আৰু ইয়াৰ ফলতে বিপ্লৱৰ সূচনা হয়। এই বিপ্লৱ কেতিয়াবা চুচুৰীয়াকৈ যায়—আৰু স্থিতিশীলতাৰ ভেটিকে কঁপাই তোলে প্ৰলয়ৰ আগমন সূচায়।

ইংৰাজী ১৯১৪ চনৰ মহাসমৰৰ মূলতো এয়েই। ১৯শ শতাব্দীৰ শেহভাগে কল-কাৰখানা যুগে ১৯১৪ চনৰ যুদ্ধক আগুৱাই দিছিল।

কল-কাৰখানাই মানৱৰ আৰ্থিক জগতলৈ নানা আহুকাল মাতি আনিছে আৰু অৰ্থই হৈছে বৰ্ত্তমান সভ্যতাৰ শক্তিশালী উপাদান। গতিকে ইয়েই বৰ্ত্তমানত সভ্যতাৰ গতি নিৰ্দ্দেশ কৰিছে। কিন্তু অৰ্থৰ এই গতি নিৰ্দ্দেশক পন্থাই সামাজিক বিৱৰ্ত্তনৰ পথত একে অৱস্থাতে থাকিব নোৱাৰে। তাৰ ৰূপ পৰিবৰ্ত্তন হবই আৰু তাৰে স্তৰ সলোৱাৰ সময়ত হোৱা বহু বিপ্লৱৰ কথা আমি বুৰঞ্জীত পাই আহিছোঁ। এতিয়া সেয়েই আমাৰ চকুৰ আগত ঘটিব ধৰিছে।

বৰ্ত্তমান জগতৰ সামাজিক গতি গণ-তান্ত্ৰিকতাৰ ফালে সাম্য, মৈত্ৰী, স্বাধীনতাৰ ফালে অৰ্থনৈতিক ক্ষেত্ৰতো। এই কথাটোত কিছুমানে সন্দেহ প্ৰকাশ কৰে হিটলাৰ আৰু মুছলিনিৰ অভ্যুত্থান দেখি। কিন্তু দৰাচলতে ফেছিজিমে উপৰোক্ত কথাৰ বিপৰীত একো প্ৰমাণ নকৰে। অৱশ্যে ফেছিজিমৰ অভ্যুত্থানৰো ঐতিহাসিক কাৰণ আছে। ভাৰ্ছাই সন্ধিত জাৰ্ম্মাণিৰ প্ৰতি অবিচাৰ, ইটালিৰ প্ৰতি শঠতা আৰু ধনতন্ত্ৰবাদৰ সমাজতন্ত্ৰবাদৰ প্ৰতি স্বাভাৱিক বিৰুদ্ধভাৱ। আকৌ আন কিছুমান ৰাষ্ট্ৰৰ, বিশেষকৈ বৃটিছৰ, সাম্ৰাজ্যবাদেও ফেছিজিমৰ অভ্যুদয়ত সহায় কৰিছে। ফেছিজিম্ স্থায়ী হব নোৱাৰে। ইয়াৰ নীতি সৰ্ব্বগ্ৰাসী আৰু সৰ্ব্বগ্ৰাসী নীতিৰ বিৰুদ্ধেই ই যুঁজিব। গতিকে ই আত্মঘাতী নীতি।

সেয়ে হলেও, জাৰ্ম্মানিয়ে আজি উপনিৱেশ বিচাৰিছে। বিশেষকৈ অৰ্থনৈতিক ক্ষেত্ৰত সবল হবলৈকেই জাৰ্ম্মানিক—উপনিৱেশ লাগে, কিন্তু এই সবলতা লাভ কৰিব আচলতে ধনিক সম্প্ৰদায়ে জাতীয়তাবাদৰ আৱৰণ পিন্ধি। জাতীয়তাবাদৰ আৱৰণ নিপিন্ধিলে ধনতন্ত্ৰবাদে হয়তো এই দৰে মূৰ তুলি থিয় হোৱাত অসুবিধা পালে হেঁতেন, যি হেতু বৰ্ত্তমান ধনতন্ত্ৰবাদ ম্ৰীয়মান অৱস্থাত।

সি যিয়ে হ'ক, জাৰ্ম্মানিয়ে অষ্ট্ৰিয়া ললে, জেকোশ্লভেকিয়া ললে আৰু ডানজিগকো লবলৈ চেষ্টা কৰিছে। বৃটিছে গণতন্ত্ৰৰ ৰক্ষাৰ নামত ফেছিজিমৰ বিৰুদ্ধে থিয় দিছে। কিন্তু আচলতে বৃটিছে গণতন্ত্ৰ ৰক্ষাৰ বাবেই জাৰ্ম্মানিৰ বিৰুদ্ধে থিয় দিছে নে? যদি হয়, অষ্ট্ৰীয়া আৰু জেকোশ্লভেকিয়া গ্ৰাসৰ সময়ত তেওঁ লোকে কিয় বাধা নিদিলে? আকৌ বৃটিছে কোন গণতন্ত্ৰৰ বাবে যুঁজিব? সিবিলাকে নিজেই দেখোন কেবাখনো দেশৰ গণতন্ত্ৰ হেঁচুকি থৈছে। আবিছিনিয়া লোৱাৰ সময়ত মুছলিনিয়ে এই দৰে কৈছিল—বৃটিছৰ সৈতে ইটালিৰ নীতি একে। প্ৰাৰ্থক্য মাত্ৰ এই যে, সিবিলাকে আগতে যি কৰিছে, ইটালিয়ে এতিহে তাক কৰিব ধৰিছে। আচল কথা, ডানজিগ লব পাৰিলে জাৰ্ম্মানিয়ে সামৰিক বিষয়ত যথেষ্ট শক্তিশালী হৈ উঠিব আৰু ক্ৰমে বৃহত্তৰ জাৰ্ম্মানি গঠন কৰি বৃটিছ সাম্ৰাজ্যৰ গাতো হাত দিব পাৰে।



গতিকে দেখা যায়, বৰ্ত্তমান যুদ্ধত বৃটিছে জাৰ্ম্মানিৰ বিৰুদ্ধে উঠাত একালে যেনেকৈ পোলেণ্ডৰ স্বাধীনতা ৰক্ষা, আন ফালে তেনেকৈ বৃটিছে সাম্ৰাজ্যবাদ ৰক্ষা।

এই অৱস্থাত ভাৰতৰ প্ৰধান কৰ্ত্তব্য কি? ভাৰতে গণতন্ত্ৰ বিচাৰে, গণতন্ত্ৰক সন্মান কৰে, গণতন্ত্ৰক সমৰ্থন কৰে। গতিকে, এনে ক্ষেত্ৰত জাৰ্ম্মানিক সহায় কৰা প্ৰশ্ন উঠিবই নোৱাৰে। আনফালে গণতন্ত্ৰ সমৰ্থন কৰিবলৈ গলে লগতে বৃটিছ সাম্ৰাজ্যবাদকো সমৰ্থন কৰা হয়। ভাৰতে এতিয়াও মুক্তি পোৱা নাই। পোলেণ্ডে যুদ্ধ কৰিছে স্বাধীনতা ৰক্ষা কৰিবলৈ, ভাৰতে চেষ্টা কৰিছে স্বাধীনতা পাবলৈ। এনে অৱস্থাত পোৱা কোনো সুবিধাকে সতকাই এৰিব নোৱাৰি।

ভাৰত জাতীয় মহাসভাৰ ৱাৰ্কিং কমিতিয়ে সম্প্ৰতি যুদ্ধ সম্পৰ্কে যি বিবৃতি দিছে, তাত ভাৰতৰ প্ৰকৃত মনোভাৱেই স্পষ্টৰূপে প্ৰকাশ পাইছে, তাত বৃটিছক স্পষ্টকৈ জনাবলৈ কোৱা হৈছে যে, বৃটিছে গণতন্ত্ৰনে কিহৰ বাবে যুদ্ধ কৰিছে। এই প্ৰশ্নৰ উত্তৰ পালেই যুদ্ধ সম্পৰ্কে ভাৰতৰ নীতি স্থিৰীকৃত হব। বৃটিছক সোধা এই প্ৰশ্নই একালে যেনেকৈ

কংগ্ৰেছ ৱাৰ্কিং কমিতিৰ সুবিচক্ষণ ৰাজনীতিজ্ঞানৰ পৰিচয় দিছে, আন ফালে তেনেকৈ ভাৰতবাসীৰ উদাৰতা প্ৰকাশ কৰিছে। এই প্ৰশ্নৰ উত্তৰতে বৃটিছৰ গণতন্ত্ৰৰ প্ৰতি আচল মনোভাৱ বিশ্ববাসীৰ আগত প্ৰকাশ হৈ পৰিব। এনে অৱস্থাত বৃটিছে আৰু ভুৰা দি চলিবলৈ চেষ্টা নকৰাই নিজৰ পক্ষে বিশেষ কল্যানকৰ হব।

আধুনিক ৰাষ্ট্ৰনীতি আৰু অৰ্থনীতিৰ ফল স্বৰূপে পৃথিবীৰ যি কোনতে যুদ্ধ লাগিলেও তাৰ পৰা সুদূৰ ৰাষ্ট্ৰ বোৰতো তাৰ যি কোনো ৰকমৰ এটা প্ৰতিক্ৰিয়াই দেখা নিদিয়াকৈ নাথাকে। গতিকে ইউৰোপত যুদ্ধ লগাত পৃথিবীৰ সকলো দেশতে কম বেচি পৰিমাণে তোল পাৰ লাগিছে। এই যুদ্ধৰ লগত ভাৰতৰ সম্বন্ধ যথেষ্ট ৰকম হৈছে, যি হেতু বৃটিছ সকলে যুদ্ধত যোগ দিছে।

বৃটিছ সকলে যুদ্ধত যোগ দিছে গণতন্ত্ৰক ৰক্ষা কৰিবলৈ আৰু সেই দেখিয়েই পোলেণ্ডৰ পতনৰ পিছতো যুদ্ধ চলাবলৈ তেওঁ লোকৰ দৃঢ়সঙ্কল্প আৰু চলাব ধৰিছেই। কাৰণ গণতন্ত্ৰৰ ধ্বজা আৰু অনেক ঠাইত উৰিছে আৰু জাৰ্ম্মানিৰ হিটলাৰে সমগ্ৰভাৱে পৃথিবীৰ গণতন্ত্ৰকে ধ্বংশ কৰিবলৈ প্ৰয়াস পাইছে। এই কথাকেই বৃটিছ প্ৰধান মন্ত্ৰী চেম্বাৰলেইনকে আদি কৰি অন্যান্য বৃটিছ আৰু ফৰাচী নেতৃবৰ্গই প্ৰকাশ কৰিছে।

কিন্তু এই গণতন্ত্ৰ কি? বৃটিছ গৱৰ্ণমেণ্টৰ কাৰ্য্য-প্ৰণালীলৈ চালে সহজে বুজিব পৰা যায় যে, ই যেনে আছে, তেনে অৱস্থাৰ বাহিৰে আন একো নহয়। যুদ্ধৰ আগৰ অৱস্থাক, অৰ্থাৎ বৃটিছ সাম্ৰাজ্যৰ কোনো হানি-বিঘিনি নোহোৱাকৈ তেনেদৰে ৰাখিবৰ বাবেই তেওঁ লোকে যুদ্ধত নামিছে। অৱশ্য মুখত তেওঁ লোকে গণতন্ত্ৰৰ ব্যাখ্যা আন ৰকমেই কৰি আহিছে কিন্তু বাক্‌চাতুৰ্য্যৰে সকলোকে সকলো সময়তে পতিয়ন নিব নোৱাৰি আৰু সেই দেখিয়েই ভাৰতীয় কংগ্ৰেছ ৱাৰ্কিং



কমিটিয়ে তেওঁ লোকক গণতন্ত্ৰৰ ব্যাখ্যা তেওঁ লোকে কিদৰে কৰিছে, তাক স্পষ্টভাৱে জনাবলৈ কোৱা হৈছে।

কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ এই প্ৰশ্নত বৃটিছ গৱৰ্ণমেণ্ট কিছু বিবৃত আৰু ক্ষুব্ধ হোৱা দেখা যায়। লৰ্ডসভাত চেক্ৰেটৰী অব ষ্টেট ফৰ ইণ্ডিয়া ভাৰত সাচিব লৰ্ড জেটলেণ্ডে দিয়া বিবৃতিত সি প্ৰকাশ পাইছে। তেওঁ কয় বৃটিছৰ এনে বিপদৰ সময়ত কংগ্ৰেছে এনে প্ৰশ্ন কৰা সমীচীন হোৱা নাই, ইয়াৰে তেওঁ লোকৰ বিপদৰ সুযোগ লোৱাহে হৈছে মাথোন। লৰ্ড জেটলেণ্ডৰ এনে ধৰণৰ উক্তিৰ পিছত প্ৰকৃত গণতন্ত্ৰৰ প্ৰতি তেওঁ লোকৰ মনোভাৱ কেনে, তাক বুজিবলৈ টান নপৰে বুলিয়েই আমাৰ বিশ্বাস।

এই সম্পৰ্কত ভাৰতৰ মনোভাৱ কি, সি লৰ্ড জেটলেণ্ডৰ উক্তি লৈ দিয়া, বিলাতলৈ পঠোৱা বাণী আৰু আন আন পণ্ডিত জৱহৰ লাল নেহৰুৰ বিবৃতিত সুন্দৰ ৰূপে প্ৰকাশ পাইছে। ভাৰতে প্ৰকৃত গণতন্ত্ৰৰ ৰক্ষাৰ বাবেই যুদ্ধত লিপ্ত হব, গণতন্ত্ৰৰ ঢাকনি পিন্ধা সাম্ৰাজ্যবাদ ৰক্ষাৰ বাবে নহয়। পণ্ডিত জৱহৰ লাল নেহৰুৱে বৰ্ত্তমান সমস্যা আৰু তাৰ প্ৰতি ভাৰতৰ মনোভাৱৰ সম্পৰ্কে এই দৰে কৈছে—সমস্যা কেৱল ভাৰতক লৈয়েই নহয়, সমগ্ৰ জগতক লৈয়েই, মানৱ সমাজৰ ভবিষ্যত সম্পৰ্কে যিসকলে চিন্তা কৰে আৰু সকলো প্ৰকাৰ যুদ্ধ বিগ্ৰহৰ উদ্ভৱ হেতু আৰু আৰু মানৱ সমাজৰ শোষণ বিদূৰণ যিসকলৰ ব্ৰত, সিবিলাক সকলোৱেই এই সমস্যাৰ সৈতে জড়িত।

পৃথিবীৰ স্বাধীনতা আৰু সুখ সম্পদৰ বাবে প্ৰয়োজন হলে ভাৰতে কোনো কোনো জাতীয় স্বাৰ্থ নিজ খুচিৰে ত্যাগ কৰিবলৈ সাজু আছে বুলি মোৰ বিশ্বাস।

ভাৰতবৰ্ষৰ মতে বিশ্ব শান্তিৰ অৰ্থ—স্বাধীনতা আৰু গনতান্ত্ৰিকতা আৰু এটা জাতিৰ ওপৰত অইন এটা জাতিৰ প্ৰভুত্বৰ অৱসান

কিন্তু এই আদৰ্শ যদি নাথাকে আমি যুদ্ধ কৰিম কাৰ বাবে ? আকৌ যি আদৰ্শ লাভৰ বাবে সংগ্ৰাম কৰা হৈছে বুলি ঘোষিত হৈছে স্বাধীনতা আৰু সমান অধিকাৰ থাকিলেই ভাৰতৰ পক্ষে তাত শক্তি সঞ্চাৰ কৰা সম্ভৱপৰ হব। পণ্ডিত জৱহৰলাল নেহৰুৰ এই মতেই ভাৰতবাসীৰ মত। ইংৰাজী ১৯৩৯ চনৰ ১০ অক্টোবৰ তাৰিখে নিখিল ভাৰত ৰাষ্ট্ৰীয় সমিতিত গৃহীত হোৱা যুদ্ধ সম্পৰ্কীয় প্ৰস্তাৱত এই মতকে প্ৰকাশ কৰা হৈছে। সাম্ৰাজ্যবাদৰ আধিপত্য নোহোৱা কৰিবলৈ একমাত্ৰ পৰাধীন দেশ সমূহত গণতন্ত্ৰৰ প্ৰসাৰ আৰু সিবিলাকৰ ওপৰত আত্ম নিয়ন্ত্ৰণৰ নীতি প্ৰয়োগৰ দ্বাৰাই শান্তি আৰু স্বাধীনতা প্ৰতিষ্ঠিত আৰু সংৰক্ষিত হব পাৰে। ভাৰতক স্বাধীন ৰাষ্ট্ৰ বুলি ঘোষণা কৰিব লাগিব আৰু বৰ্ত্তমান সময়তে যথাসম্ভৱ পৰিমানে স্বাধীন ৰাষ্ট্ৰৰ মৰ্য্যাদা দিব লাগিব। ভাৰতৰ এই দাবী অন্যায় একো হব নোৱাৰে আৰু বৃটিছ গৱৰ্ণমেণ্টে ইয়াক উলুপঙা কৰিলে তেওঁলোকৰেই ক্ষতি হোৱাৰ সম্ভাৱনা।

আন কালে ভাৰতবৰ্ষই এই দাবী যথাসম্ভৱ জোৰেৰেই কৰিব লাগিব। ভাৰতৰ বিভিন্ন দলবোৰে কংগ্ৰেছৰ এই জাতীয় দাবীত যোগ দিয়াটো প্ৰয়োজন।

বৰলাট বাহাদুৰ লৰ্ড লিন্‌লীথগোৱে নেতৃ-অনেতৃস্থানীয় বহু লোকেৰে সৈতে ভাৰত সম্পৰ্কে বৰ্ত্তমান কৰ্ত্তব্য বিষয়ৰ আলাপ-আলোচনা চলাইছে। প্ৰকাশ এই আলাপ-আলোচনা শেষ হলে ইংৰাজী ১৯৪০ চনৰ অহা ২০ অক্টোবৰ তাৰিখে বৃটিছ গৱৰ্ণমেণ্ট পক্ষৰ পৰা ভাৰত সম্পৰ্কে এটা ঘোষণা কৰা হব। আৰু এই ঘোষণাতে কংগ্ৰেছৰ প্ৰশ্ন আৰু দাবী সম্পৰ্কেও বৃটিছ গৱৰ্ণমেণ্টৰ মতামত জ্ঞাপন কৰা হব। আমি আশা কৰিছোঁ, এই ঘোষণাত ভাৰতৰ স্বাধীনতা আৰু গণতান্ত্ৰিকতাৰ পথ সুচল কৰাৰ কথা থাকিব।

বৰলাট বাহাদুৰৰ লগত কংগ্ৰেছৰ আলোচনাৰ বাট একেবাৰে বন্ধ হোৱা নহৈ এতিয়াও প্ৰশস্ত থকা বুলি ভাইচৰয়ৰ বিবৃতিত কোৱা হলেও



এটি এটিকৈ কংগ্ৰেছ শাসীত প্ৰদেশ সমূহৰ মন্ত্ৰীমণ্ডলীৰ পদত্যাগত প্ৰদেশ বিলাকত এটি অভূতপূৰ্ব্ব অৱস্থাৰ সৃষ্টি হৈছে। এই অৱস্থাত কংগ্ৰেছ ৱাৰ্কিং কমিটিয়ে কংগ্ৰেছ আন্দোলন পৰিচালনাৰ ভাৰ মহাত্মা গান্ধিৰ ওপৰত আকৌন্যস্ত কৰিব লগীয়াত পৰিছে। মাজতে আজি কিছুমান দিন কংগ্ৰেছ পৰিচালনাৰ ভাৰ এৰি দি, এই সঙ্কট সময়ত পুনৰ তাক মুৰ পাতি লোৱাত গোটেই ভাৰত জুৰি আকৌ নতুন প্ৰেৰণাই সকলোকে সচেতন কৰি তুলিছে যদিও এতিয়ালৈ অকল গঠনমূলক পদ্ধতিৰ বাহিৰে উদ্ভৱ হোৱা সমস্যা সমাধানৰ অৰ্থে আন কৰ্ম্মপন্থাৰ নিৰ্দ্দেশ দিয়া হোৱা নাই। ৱাৰ্কিং কমিটিয়ে প্ৰস্তাৱ হিছাবে আইন অমান্য বা তেনে ধৰণৰ একোৰে নিৰ্দ্দেশ নিদিলেও, অৱশ্যে অনুসৰি আৰু অৱস্থানুযায়ী মহাত্মাজীৰ ওপৰতে তাৰ নিয়ন্ত্ৰণৰ ভাৰ অৰ্পন কৰিছে।

মহাত্মাই আজি কিছুদিন আগৰেপৰা কংগ্ৰেছ কৰ্ম্মী সকলৰ তথা অহিংস যুদ্ধৰ সেনাদলৰ ভিতৰুৱা দুৰ্ব্বলতা কিছুমান লক্ষ্য কৰি তাক দুৰ কৰিবলৈ সাৱধান বাণী শুনাই আহিছে। এনেকি তেওঁতে কংগ্ৰেছ কৰ্ম্মী কিছুমানৰ ভিতৰত যেনে ভেদ আৰু হিংসা ভাৱ বৰ্ত্তমান, সি দুৰ নহলে ব্যাপক ভাৱৰ আইন অমান্য আন্দোলনৰ প্ৰৱৰ্ত্তন সম্ভৱ নহয় বুলি স্পষ্টকৈ জনাইছে। প্ৰতিজন কংগ্ৰেছ কৰ্ম্মীৰ এই বিষয়ে নিজ কৰ্ত্তব্য পালনত মন দিয়া উচিত। অৱস্থা ক্ৰমাৎ যেনে জটিল হৈ আহিবলৈ ধৰিছে, তাতে জাতিৰ অহিংস যুদ্ধৰ অধিনায়ক হিছাবে তেখেতৰ পৰা দেশ-বাসীলৈ কেতিয়া কেনে পন্থাৰ নিৰ্দ্দেশ আহে, কোৱা টান। কৰ্ম্মীৰ দলৰ আত্মশুদ্ধিৰ ওপৰতে মহাত্মাৰ কৰ্ম্মপন্থা যে নিৰ্ভৰ কৰিব, তাক নকলেও হব। গতিকে কৰ্ম্মী সকলে সম্পূৰ্ণ অহিংস ভাৱত আত্মশুদ্ধি কৰি লোৱাৰ লগতে হিন্দু-মুছলমানৰ মিলন আৰু অস্পৃশ্যতা দূৰীকৰণলৈ মনোযোগ দিলে মহাত্মাজীৰ পৰিশ্ৰমৰ কঠোৰতা কিছু লাঘৱ হব বুলি আশা কৰিব পাৰি।

স্বাধীনতা অৰ্জনৰ অৰ্থে জাতি এটাৰ কম শৃঙ্খলা আৰু দৃঢ়তাৰ আৱশ্যক নহয়। কৰ্ম্মী সকলে শৃঙ্খলা ৰক্ষা কৰি মহাত্মাই দেশৰ হকে আন নিৰ্দ্দেশ নিদিয়ালৈকে গঠনমূলক কাৰ্য্যত বেছি মন দিলেই অৱস্থান্তৰৰ বাবে দেশক বেছি সাজু কৰাব পাৰি।

**বৰলাটৰ বিবৃতিত মহাত্মাজীঃ**— ব্ৰডকাষ্টৰ যোগেদি কৰা বৰলাটৰ ঘোষণা আৰু ৰাষ্ট্ৰপতি ডাক্তৰ ৰাজেন্দ্ৰ প্ৰসাদ আৰু মুছলিম লীগৰ প্ৰবীন নেতা জিন্না চাহাবৰ লগত হোৱা বৰলাটৰ পত্ৰালাপৰ চমু মন্তব্যয়ো একো বিশেষ আশাৰ ৰেখা-পাত কৰিব পাৰিছে যেন নালাগে। যদিও বৰলাটে এতিয়াও তেখেতৰ চেষ্টাৰ ব্যৰ্থতা স্বীকাৰ কৰা নাই আৰু সমস্যা সমাধানৰ অৰ্থে সমান দৃঢ়তাকে দেখুৱাইছে। মহাত্মাই এই বিবৃতিৰ উত্তৰ "হৰিজন পত্ৰিকাত" এনেদৰে দিছেঃ—

যেতিয়ালৈকে যুদ্ধৰ উদ্দেশ্যৰ লগত ভাৰতৰ সম্বন্ধ বিষয়ে গ্ৰহনযোগ্য কোনো ঘোষণা কৰা নহয়, তেতিয়ালৈকে সমস্যাৰ সমাধান সম্ভৱ নহয়। এতিয়ালৈকে ভাৰত আৰু গ্ৰেট বৃটেইনত যি ঘোষণা কৰা হৈছে তাত নতুনত্ব একো নাই আৰু তাক স্বাধীনতা-কামী ভাৰতীয় মাত্ৰেই সন্দেহজনক বুলি সমালোচনা নকৰাকৈ থকা নাই। সচাকৈ যদি সাম্ৰাজ্যবাদ ধ্বংশ পাইছে, তেনেহলে অতীতৰ সম্বন্ধ এৰি বৰ্ত্তমানৰ লগত খাপ খোৱা ভাবাৰ ব্যৱস্থা কৰিব লাগে।

যদি বৃটিছ গৱৰ্ণমেণ্টে সচাকৈ ভাবে যে, তাৰ সময় এতিয়াও হোৱাহি নাই, তেনেহলে সমস্যা সাধনৰ বাবে এনে ধৰনৰ চেষ্টাৰ আৱশ্যক কি? মহাত্মাই আচল কথাকে কৈছে যে, ভাৰতৰ ইচ্ছাৰ অনিচ্ছাৰ অপেক্ষা নাৰাখি, চাপ চাপকৈ স্বায়ত্ত্ব শাসনৰ কথা এৰি; এবাৰ যদি ভাৰতৰ একেবাৰে মুক্তিৰ ঘোষণা কৰা যায়, তেনেহলে সকলো সমস্যা সমাধানৰ বাবে সহজ হৈ পৰিব। সংখ্যালঘিষ্ঠৰ- স্বাৰ্থহানিৰ আশঙ্কা তেতিয়া গুচিব। সংখ্যালঘিষ্ঠৰ সৃষ্ট সমস্যাই সাম্ৰাজ্যবাদৰ ঘাই ভেটি। সাম্ৰাজ্যবাদ



উঠাই দিবলৈ ইচ্ছা কৰাৰ লগে লগে সংখ্যালঘিষ্ঠৰ সমস্যাও জীণ যাবলৈ বাধ্য। এই বাধ্যতাৰ মানে এইয়ে নহয় যে, তেতিয়া সংখ্যালঘিষ্ঠই আমল নাপাব। তেতিয়া সংখ্যাগৰিষ্ঠৰ বিৰুদ্ধে অমূলক অভিযোগ দৰ্শাবলৈ উৎসাহ দিওতা তৃতীয় পক্ষ কোনো নাথাকিব। পিছে যেতিয়ালৈকে বৃটিছে ভাৰতৰ প্ৰতি কৰ্ত্তব্যৰ দায়িত্ব লৈ থাকিব, তেতিয়ালৈকে ভাৰতক বৃটিছৰ অধীনত ৰখাৰ আৱশ্যক নুগুছিব। অৱশ্যে ইও ঠিক যে, বৃটিছে সেই দায়িত্ব এৰি নিদি, ভাৰতৰ অনন্ত কাললৈ বৃটিছৰ অভিভাৱকত্ব চলাই থাকিব খুজিলেও, স্বদেশ প্ৰাণ ভাৰতীয় মাত্ৰেই মহাত্মাৰ নেতৃত্বত অহিংসাভাৱে ভাৰতৰ মুক্তিৰ বাবে যুজি থাকিব।

ভাৰতৰ অহিংস-যুদ্ধৰ ভিতৰেদি পৃথিবীৰ পৰা হিংসা যুঁজৰ অন্ত পেলাব পাৰক নোৱাৰক, বৃটিছ বন্ধনৰ পৰা ভাৰতৰ মুক্তি সম্পূৰ্ণ সম্ভৱ বুলি মহাত্মাৰ লগতে মুক্তিকামী ভাৰতবাসী মাত্ৰেই আশা কৰে। সেই বাবে দেশবাসী আজি মহাত্মাৰ নেতৃত্বত আকৌ সাজু হৈছে। অকল সেয়ে নহয়, নতুন কৰ্ম্মপদ্ধতিৰ বাবে কিছুমানৰ মাজত অধীৰতাও দেখা গৈছে।

সি যিয়ে নহক, এতিয়াও বৰলাটৰ ওপৰত আস্থা ৰাখিয়ে হবলা, মহাত্মাই তেখেতৰ সহকৰ্ম্মী সকলক অধীৰ হবলৈ হাক দিছে আৰু লগতে জনাই যে, প্ৰথমতে যেতিয়ালৈকে বৰলাটে সমস্যা সমাধানৰ বাবে চেষ্টা চলাব, তেতিয়ালৈকে সত্যাগ্ৰহ প্ৰবৰ্ত্তন কৰিব পৰা নাযায়। দ্বিতীয় কাৰণ মুছলিম লিগে সৃষ্টি কৰা অন্তৰায় পণ্ডিত জৱহৰলাল নেহৰু আৰু জিন্না চাহেবৰ মাজত সম্প্ৰতি চাবলগীয়া আলোচনাৰ ফলাফল এতিয়াও অবিদিত আৰু তৃতীয় কাৰণ কংগ্ৰেছৰ ভিতৰত সৃষ্টি হোৱা বিশৃঙ্খলা আৰু অনৈক্য।

গণতন্ত্ৰ আৰু সৰু সৰু জাতি বিলাকৰ স্বাৰ্থ ৰক্ষাৰ অৰ্থেই বৃটিছ জাতি যুদ্ধত অৱতীৰ্ণ হোৱা বুলি ঘোষণা কৰে কিন্তু কংগ্ৰেছৰ দাবী সম্পৰ্কে বৃটিছ গৱৰ্ণমেণ্ট পক্ষৰ পৰা ভাৰত সচিব লৰ্ড জেটলেণ্ডে কৈছে

ইংলণ্ডৰ এই উদ্দেশ্য আৰু লক্ষ্য ভাৰতৰ বিষয়ত নাথাটে। ভাৰতীয় জাতিৰ পক্ষে বৰ্ত্তমান সময় বৰ সঙ্কটময়।

ইংৰাজী ১৯৪০ চনৰ ২৪ ফেব্ৰুৱাৰীত নাৎসী দলৰ বিংশতিতম বাৰ্ষিক প্ৰতিষ্ঠা উপলক্ষত ৰাজনীতিজ্ঞ পুৰুষ হাৰ হিটলাৰে ঐতিহাসিক ঘটনাৰ বিবৰণ দি এই দৰে বিশ্ববাসীক ঘোষণা বাণী প্ৰচাৰ কৰিছে, যোৱা ১৯১৪ চনৰ মহাযুদ্ধৰ পাচত জাৰ্ম্মাণী, ইতালি, ফৰাচী, ভাৰতবাসী, আৰৱবাসী, ইহুদি আদি জাতিক বৃটিছে প্ৰতিশ্ৰুতি দিয়া স্বত্বেও প্ৰত্যেক জাতিয়ে আশাৰ পৰা নিৰাশ হৈছে, "তাত তিল মাত্ৰ সন্দেহ নাই।"

ভাৰতবৰ্ষৰ স্বাধীনতাৰ বিষয়ে হাৰ হিটলাৰে এইদৰে উল্লেখ কৰিছে যুদ্ধত বৃটিছে বিজয় লাভ কৰিলে, ভাৰতবাসীক স্বাধীনতা দিবলৈ প্ৰতিশ্ৰুতি দিছিল, কিন্তু সেই-প্ৰতিশ্ৰুতিৰ বৃটিছে মৰ্যাদা ৰক্ষা কৰা নাই। গতিকে ভাৰতবাসী স্বাধীনতাৰ পৰা প্ৰতাৰিত হৈছে, কিন্তু সৰ্ব্বোপৰি প্ৰতাৰিত হৈছে জাৰ্ম্মাণ জাতি।

হাৰ হিটলাৰে এই দৰে ঘোষণা কৰিছে, যোৱা মহাযুদ্ধৰ পাছত জাৰ্ম্মাণ জাতিয়ে ইংৰাজ জাতিৰ প্ৰতিদ্বন্দিত হৈ শান্তি আৰু নিৰস্ত্ৰিকৰণেৰে পৃথিবীত নতুন জগৎ প্ৰতিষ্ঠাৰ "নিৰ্ব্বোধ" প্ৰতিশ্ৰুতিত বিশ্বাস কৰিছিল আৰু হিটলাৰে এই ভাবেই কৈছে, যি সময়ত সমগ্ৰ ভাৰতে বৃটিছ প্ৰধান মন্ত্ৰী নেভিল চেম্বাৰলেনৰ বিৰুদ্ধে প্ৰতিবাদ জনাইছে,, আৰৱবাসীয়েও বৃটিছৰ বিপক্ষে উঠিছে। চেম্বাৰলেনে পৃথিবীক জাৰ্ম্মাণ প্ৰভুত্বৰ হাতৰ পৰা ৰক্ষা কৰিবৰ কাৰণে জাৰ্ম্মাণ জাতিৰ বিৰুদ্ধে যুদ্ধত নামিছে। হাৰ হিটলাৰে বিশ্ববাসীক এই দৰে জনাইছে, ঈশ্বৰে পৃথিবীখন বৃটিছৰ কাৰণে সৃষ্টি কৰা নাই, ঈশ্বৰৰ এই অভিপ্ৰায় নহয় যে, পৃথিবীৰ তিনি চতুৰ্থাংশৰ ওপৰত প্ৰভুত্ব কৰিব।

ইংৰাজী ১৯৩৯ চনৰ পহিলা চেপ্তেম্বৰ তাৰিখে সৰ্ব্বস্ব পণ কৰি জাৰ্ম্মাণ জাতিয়ে হাৰ হিটলাৰক নেতৃত্ব বৰণ কৰি উপনিবেশ আৰু



লুপ্ত গৌৰৱ সম্পদ আদি পাবলৈ, জগতবাসীক সোঁৱৰাই, গৌৰৱময়ী ইতিহাসৰ ঘটনা সৃষ্টি কৰি, প্ৰতাৰিত হোৱা বিশ্বজাতিক আদৰ্শ দেখুৱাই, ন্যায় অন্যায়ৰ প্ৰকৃত প্ৰমাণ কৰিবলৈ, অসম্ভৱক সম্ভৱ কৰি, আকাশ পাতাল কপাই যুদ্ধ ঘোষণা কৰে। বিশ্ববিধাতাৰ এই অভিশাপ হব নোৱাৰে যে জাৰ্ম্মাণ জাতি ধ্বংশ হওক। বিশ বছৰ পূৰ্ব্বে এই জাতিয়ে বিশ্বাস কৰি আহিছে, আজিও এই জাতিয়ে বিশ্বাস কৰিছে। এই ভয়ঙ্কৰ মহাযুদ্ধত জাৰ্ম্মাণ জাতিৰ বিজয় লাভ অনিবাৰ্য। সমগ্ৰ জগৎ যদি শয়তানে ভৰ্ত্তি হয়, তথাপিও জাৰ্ম্মাণ জাতিয়ে সাফল্য লাভ কৰিব।

ভাৰত জাতীয় কংগ্ৰেছ মহাসভাই বৃটিছৰ ওচৰত এই দৰে দাবী ঘোষণা কৰিছে, ভাৰতবৰ্ষক এখন স্বাধীন ৰাষ্ট্ৰ বুলি গন্য কৰা হওক। এই কথা অতি সুস্পষ্ট ভাষাত আৰু সন্দেহাতীত ভাবে স্বীকাৰ কৰিব লাগিব। এই মূল্যৱান প্ৰশ্নৰ উত্তৰ এই দৰে প্ৰকাশ কৰিছে, বৃটিছে ভাৰতীয় কংগ্ৰেছৰ দাবী মানি চলিব নোৱাৰে।

ইংৰাজী ১৯৪০ চনৰ ২৬ জানুৱাৰীত ভাৰতবৰ্ষৰ স্বাধীনতা, জাতীয় মুক্তি, ভাৰতীয় জনসাধাৰণৰ সামাজিক, অৰ্থনৈতিক মুক্তিৰ দাবী সমৰ্থনৰ দশম বাৰ্ষিক অনুষ্ঠানৰ পৱিত্ৰ দিন। এই পৱিত্ৰ অনুষ্ঠানৰ দিনত ভাৰতবাসীয়ে জাতীয় পতাকাৰ তলত সমবেত হৈ ভাৰত স্বাধীনতা লাভৰ সঙ্কল্প বাক্য উচ্চাৰণ কৰে। সমগ্ৰ জাতিৰ অৰ্থনৈতিক আৰু ৰাষ্ট্ৰীক মুক্তি নহলে পৃথিবীত স্থায়ী শান্তি প্ৰতিষ্ঠা কোনোমতে হব নোৱাৰে।

ইংৰাজী ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছত পূৰ্ণ স্বাধীনতাৰ মহামন্ত্ৰৰ প্ৰস্তাৱ গৃহীত হয়, তাৰ পাচত ১৯৩০ চনৰ ২৬ জানুৱাৰীত প্ৰথম ভাৰতৰ স্বাধীনতাৰ দিন পালন কৰে। এই মহানুষ্ঠানৰ পৱিত্ৰ দিনত ভাৰতবাসীয়ে জাতীয় পতকাৰ তলত পূৰ্ণ স্বাধীনতাৰ মন্ত্ৰ উচ্চাৰণ কৰে।

ইংৰাজী ১৯৩৪ চনৰ বোম্বাইৰ কংগ্ৰেছ অধিবেশনত মহাত্মাজীয়ে কংগ্ৰেছৰ গঠন বিধিত আমূল পৰিবৰ্ত্তনৰ প্ৰস্তাৱ এই দৰে কৰিছে যে,

কংগ্ৰেছৰ মূল আদৰ্শ বৈধ আৰু শান্তিপূৰ্ণ—উপায়ে কংগ্ৰেছ সদস্যই পূৰ্ণ স্বৰাজ সাধনৰ প্ৰতিশ্ৰুতি স্বাক্ষৰ কৰিব লাগে, তাৰ ঠাইত সত্যনিষ্ঠ আৰু অহিংসক উপায়ে স্বৰাজ সাধনাৰ প্ৰতিশ্ৰুতি স্বাক্ষৰ কৰিব লাগে। কংগ্ৰেছ কৰ্ম্মী সকলে সত্যনিষ্ঠ আৰু অহিংসা নীতিত দীক্ষিত হৈ দেশত আইন অমান্য আন্দোলন প্ৰবৰ্ত্তন কৰে। তাৰ পাছত গৱৰ্ণমেণ্টে আইন অমান্য আন্দোলনৰ সজ্ঘৰ অনুষ্ঠান আৰু ঘোষণা বাণী উভয়কে বে আইনি বুলি ঘোষণা কৰে। তাৰ ফলত দেশত শোক লগা গুৰুত্বৰ উপস্থিতিৰ উদ্ভৱ হয়।

পৃথিবীৰ অন্যান্য স্বাধীন জাতিৰ দৰে ভাৰতবাসীও বিত্ত ভোগ কৰাৰ সম্পূৰ্ণ অধিকাৰ আছে। দশ বছৰ পূৰ্ব্বে ভাৰতবৰ্ষৰ পৰাধীন জাতিৰ এই দাবীৰ বৃটিছ গৱৰ্ণমেণ্টে অস্বীকাৰ কৰে। ভাৰতীয় কংগ্ৰেছে গান্ধিজীৰ নেতৃত্বত নিৰুপদ্ৰৱ প্ৰতিৰোধ নীতি অৱলম্বন কৰে। তাৰ বিৰুদ্ধে বৃটিছ গৱৰ্ণমেণ্টৰ কতৃত্বে হোৰ উইলিংডনীয় দ্বৈতনীতি ভাৰতত প্ৰৱৰ্ত্তন কৰে। এক দিকে নতুন শাসনতন্ত্ৰ ৰচনাৰ কাৰণে ঘটা কৰি বাৰ বাৰ ইংলণ্ডত গোলটেবিল বৈঠক। পাঁচ বছৰ পন্দ কৰি বৃটিছ পাৰ্লেমেণ্ট মহাসভাই ভাৰতত যি যুক্তৰাষ্ট্ৰ, অটোনমী আৰু সাম্প্ৰদায়িক বাটোৱাৰা প্ৰসৱ কৰিলে, তাৰ ফলত ভাৰতৰ সমস্যা জটিল হৈ উঠে। ভাৰতৰ সমস্যা সাধনৰ বিষয় ইংৰাজ জাতিৰ কোনো আগ্ৰহৰ পৰিচয় দেখা নগ'ল।

ইংৰাজী ১৯৪০ চনৰ ১০ জানুৱাৰীত ইংৰাজ ৰাজপ্ৰতিনিধি ভাৰতৰ বৰলাট লৰ্ড লিনলিথ গোৱে বোম্বাইৰ ওৰিয়েণ্ট ক্লাবৰ ভোজ সভাত সমৱেত সদস্য সমূহৰ সন্মুখত ঘোষণা বাণী প্ৰকাশ কৰিছে :—ভাৰতৰ শাসনতান্ত্ৰিক সঙ্কটৰ অৱসানৰ কামনা, ষ্টাটুট অব্ ওয়েষ্ট মিনষ্টাৰ আইন অনুযায়ী ভাৰতক পূৰ্ণ উপনিবেশ দান কৰাই বৃটিছ গৱৰ্ণমেণ্টৰ লক্ষ্য, ভাৰতত যুক্তৰাষ্ট্ৰ প্ৰৱৰ্ত্তনৰ পৰিকল্পনা, ভাৰতবৰ্ষৰ বিভিন্ন দলৰ ৰাজনৈতিক



ডাঙৰ ডাঙৰ নেতৃত্ব সকলৰ সাহাৰ্য্য প্ৰাৰ্থনাত, দল আৰু সম্প্ৰদায় সমূহৰ নেতৃবৰ্গৰ আলোচনাত সমস্যা বিলাক জটিলতা বৃদ্ধি নকৰি সহজে আপোষ মীমাংসা কৰি একত্ৰিত কৰা, ভাৰতৰ সংখ্যালঘিষ্ঠ সম্প্ৰদায় বিশেষকৈ মুছলমান, তপশীল শ্ৰেণীভুক্ত সম্প্ৰদায় সম্পৰ্কে, বৃটিছ চৰকাৰৰ অসুবিধাৰ বিষয়, পৰস্পৰ স্বাৰ্থ বিৰোধী, প্ৰতিষ্ঠা সমূহৰ দাবীৰ বিষয়ে বিবেচনা কৰা ভাৰত শাসন তান্ত্ৰিক উন্নতি সম্পৰ্কিত গুৰুতৰ প্ৰশ্ন সম্পৰ্কে সুবিধা আদি প্ৰধান প্ৰধান সমস্যা বিলাক সমাধা কৰিবলৈ বৃটিছ গৱৰ্ণমেণ্ট যথাসাধ্য প্ৰস্তুত।

ইংৰাজী ১৯৩৫ চনৰ ভাৰত শাসন আইনৰ অন্তৰ্গত বিশাল ভাৰতবৰ্ষ দেশৰ প্ৰাদেশিক স্বায়ত্ব শাসনতন্ত্ৰ প্ৰৱৰ্ত্তনত, আইন সভাৰ সংখ্যাগৰিষ্ঠ দলৰ সমৰ্থনপুষ্ট নিৰ্ব্বাচিত মন্ত্ৰীমণ্ডলীৰ ওপৰত অৰ্পিত প্ৰদেশৰ বিভাগৰ ক্ষমতা আৰু দায়িত্ব প্ৰৱৰ্ত্তন শাসন কাৰ্য্যত বঞ্চিত কৰাত, কংগ্ৰেছী মন্ত্ৰীমণ্ডলীৰ পদত্যাগ কৰাৰ ফলত, দেশত অসহযোগ আন্দোলনৰ আৰম্ভ হোৱাত, প্ৰদেশত দৈনন্দিন শাসন কাৰ্য্য চলাবৰ কাৰণে ভাৰত শাসন আইন অনুসাৰে জৰুৰী আইন ব্যৱস্থাৰ অৱলম্বন কৰাত, ভাৰত সচিব লৰ্ড জেটলেণ্ডৰ উত্তৰত কংগ্ৰেছৰ দাবী অস্বীকাৰ কৰাত, ভাৰতীয় কংগ্ৰেছৰ লগত সম্মান জনক আপোষ মীমাংসা নোহোৱাত, ভাৰতবাসীক নোশোধা নোপোধাকৈ ভাৰতক যুদ্ধত লিপ্ত কৰাত, ভাৰতবৰ্ষৰ সম্মতি অসম্মতিৰ প্ৰতি ভ্ৰূক্ষেপ নকৰি বৃটিশ গৱৰ্ণমেণ্টে যুদ্ধ সম্পৰ্কে ভাৰতৰ পৰা সহায়ৰ সুবিধা লোৱা আদি প্ৰধান প্ৰধান বিষয় বিলাক লৈ দেশত দৈনন্দিন নৱ নৱ গুৰুতৰ পৰিস্থিতিৰ উদ্ভৱ হয়।

বোম্বাইৰ বক্তৃতাত বৰলাট বাহাদুৰে আশা কৰিছে যে, ভাৰতৰ সম্প্ৰদায় সকলৰ ভিতৰত মিলন হৈ একত্ৰিত হোৱাৰ পাছতে কোনো এক অনিৰ্দ্দিষ্ট শুভদিনত বৃটিছ কৰ্তৃপক্ষই ভাৰতক ওয়েষ্ট মিনষ্টাৰ মাৰ্কা ডোমিনিয়ন ষ্টেটাচ অৰ্পন কৰিব, কংগ্ৰেছে পুনৰাই হৰ্ষোৎফুল্ল হৈ মন্ত্ৰীত্ব

গ্ৰহণ কৰিব। তাৰ বিবৃতি কংগ্ৰেছ সভাপতি ডাক্তৰ ৰাজেন্দ্ৰ প্ৰসাদে সুস্পষ্টভাৱে অভিমত প্ৰকাশ কৰিছে, পূৰ্ণ স্বাধীনতাই কংগ্ৰেছৰ মূল লক্ষ্য পূৰ্ণ উপনিবেশিক স্বায়ত্ব শাসন নহয়, গন-পৰিষদই সমস্যা সমাধানৰ একমাত্ৰ উপায়। বিভিন্ন দলৰ নেতা সকল স্ব স্ব সম্প্ৰদায়ৰ পূৰ্ণ প্ৰতিনিধি নহয়। কংগ্ৰেছে যদিও সমগ্ৰ ভাৰতৰ প্ৰতিনিধিত্ব দাবী কৰি থাকে তথাপি আইনমতে কংগ্ৰেছৰ প্ৰেচিডেণ্ট কেৱল মাত্ৰ কংগ্ৰেছৰ সদস্যবৰ্গৰ প্ৰতিনিধি, সমগ্ৰ ভাৰতৰ নহয়। মিঃ জিন্না যদিও একটি শক্তিশালী প্ৰতিষ্ঠানেৰ সভাপতি তথাপি তেওঁ ভাৰতৰ সমস্ত মুছলমানৰ প্ৰতিনিধিত্ব আইন অনুসাৰে দাবী কৰিবৰ অধিকাৰ নাই। মুছলিম লীগৰ প্ৰতিদ্বন্দী বহুত মুছলমান প্ৰতিষ্ঠানত আছে। তপশীল শ্ৰেণীভুক্ত জাতি সমূহৰ ডাক্তৰ আম্বেদকাৰ যদিও এজন বিশিষ্ট নেতা তথাপি তেওঁ তপশীল জাতি সমূহৰ এটি অংশ বিশেষৰহে প্ৰতিনিধি, সমগ্ৰ তপশীল শ্ৰেণীভুক্ত জাতি সমূহৰ প্ৰতিনিধি নহয়। বৰলাট লৰ্ড লিনলিথগোৱে ভাৰতৰ বিভিন্ন দলৰ উদ্দেশ্য যি আবেদন কৰিছে, কংগ্ৰেছ প্ৰেচিডেণ্ট ডাক্তৰ ৰাজেন্দ্ৰ প্ৰসাদে উপৰোক্ত মাৰাত্মক কথা উল্লেখ কৰি একেবাৰে উপেক্ষা কৰিছে। এই সকল দল ভাৰতৰ স্বাধীনতা লাভৰ দলিল ৰচনারূপ বিৰাট আৰু গুৰুতৰ ব্যাপাৰ ন্যায় সঙ্গত সিদ্ধান্ত উপনীত হব নোৱাৰে। বৃটিছ গৱৰ্ণমেণ্টে এই বিষয়ে তেওঁলোকৰ মনোভাৱ পৰিবৰ্ত্তন নকৰে, সত্তাধীনত তেওঁলোকে যি সকল প্ৰতিশ্ৰুতি দিব তাৰ গুৰুত্ব কমি যাব। উক্ত সত্ত কোনোমতে পূৰ্ণ হব নোৱাৰে। কংগ্ৰেছে যি গন-পৰিষদকেই এই সমস্যা সমাধানৰ একমাত্ৰ উপায় স্বৰূপ উত্থাপন কৰিছে, তাত সংখ্যা লঘিষ্ঠ সম্প্ৰদায়ৰ অধিকাৰ সম্পৰ্কে কংগ্ৰেছ কৰ্ম্মী সকলোৱে একমত, উক্ত অধিকাৰ সুস্পষ্ট ভাৱে নিৰ্দ্ধাৰিত কৰা হব আৰু সৰ্ব্বতোভাৱে তদনুযায়ী ব্যৱস্থা কৰা হব।

পণ্ডিত জৱহৰলাল নেহৰুৱে গাজিয়াবাদৰ এক বিৰাট জন সভাত এই দৰে নিজৰ অভিমত প্ৰকাশ কৰিছে, যি পৰ্য্যন্ত ভাৰতৰ স্বাধীনতা



সমস্যা চুৰান্ত নিষ্পত্তি নহয়, সেই পৰ্য্যন্ত বৃটিছ গৱৰ্ণমেণ্টৰ লগত আপোষ আৰু কংগ্ৰেছী মন্ত্ৰীত্বে ফিৰি যাওৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। ভাৰতৰ স্বাধীনতা সমস্যাৰ লগত পণ্ডিতজী গনপৰিষদকে অভিন্ন ভাৱে জড়িত কৰিছে। তেওঁৰ মতে ভাৰতৰ ভাগ্য নিৰ্ণয় কৰিবৰ অধিকাৰ বৰলাট বাহাদুৰৰ নাই অথবা বিভিন্ন দলৰ যি ৫২ জন পৰামৰ্শদাতা নেতাৰ লগত সাক্ষাৎ কৰিছে, তেওঁলোকৰও নাই, নাইবা চাৰ চেকেণ্ডাৰ হায়াৎ খাঁ যি দ্বাদশ জ্ঞানী ব্যক্তিৰ প্ৰস্তাৱ কৰিছে, তেওঁৰও নাই। ভাল হওক মন্দ হওক ভাৰতে নিজৰ ভাগ্য নিজেই ৰচনা কৰিব আৰু তাক ভাৰতৰ প্ৰত্যেক প্ৰাপ্তবয়স্কেৰ ভোটৰ দ্বাৰাই গঠিত গনপৰিষদৰ সাহায্যই সম্ভৱ হব। পণ্ডিতজীৰ এই সাৰবত্তা যুক্তি অস্বীকাৰ কৰিবৰ ন্যায়সঙ্গত উপায় নাই। তাৰ বিৰুদ্ধে সংখ্যালঘু সম্প্ৰদায়ৰ নামে যি সকল ব্যক্তিৰ স্বাৰ্থ হানিৰ মনে মনে পোষণ কৰিছে অথবা যি সকলে এই বৃহৎ ব্যাপাৰেৰ জটিলতা উল্লেখ কৰি আপত্তি জনাইছে, তেওঁলোকৰ আশঙ্কা আৰু আপত্তি যে সম্পূৰ্ণ ভিত্তিহীন এই মূল্যৱান কথা পণ্ডিতজী বিশেষভাৱে প্ৰমাণ কৰিছে। মুছলিম লীগৰ প্ৰেচিডেণ্ট মিঃ জিন্না চাহাবে বৰলাট বাহাদুৰৰ ওচৰত যি সকল অভিযোগ দাখিল কৰি ৰয়েল কমিশনৰ আবেদন জনাইছে, সেই সম্বন্ধে বৰলাটেৰ কি ধাৰণা তাক বোম্বাইৰ বক্তৃতাত সুস্পষ্ট ভাবায় প্ৰকাশ পাইছে।

ৰাজনৈতিক পণ্ডিত সৰ্দ্দাৰ বল্লভভাই প্যাটেলও গুজৰাট প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ এক জনসভাত নিজৰ অভিমত প্ৰকাশ কৰিছে, কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ প্ৰস্তাৱে, কংগ্ৰেছে যি দাবী উল্লেখ কৰিছে তাক যদি বৃটিছ গৱৰ্ণমেণ্টে পূৰণ নকৰে আৰু যদি নিষ্ক্ৰিয় প্ৰতিৰোধৰ আৱশ্য আবহাওৱা বৰ্ত্তমান থাকে, তেন্তে কংগ্ৰেছে সংগ্ৰামৰ পন্থা অৱলম্বন কৰিবলৈ দ্বিধা নকৰে আৰু সেই সংগ্ৰামৰ কাৰণে দেশবাসীয়ে সকলো ক্ষতি স্বীকাৰ কৰিব।

ভাৰতৰ ৰাজনৈতিক অচল অৱস্থা দূৰীকৰণৰ বাবে বৰলাটৰ লগত আলোচনা সম্পৰ্কে কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ কৰ্তৃক মহাত্মাজীকে বিশিষ্ট ৰাজনৈতিক পণ্ডিত সকলে সৰ্ব্ব ক্ষমতা দান কৰিছে। সংগ্ৰামৰ পৰিবৰ্ত্তে বৃটিছ গৱৰ্ণমেণ্টৰ লগত সন্মানজনক আপোষ মীমাংসাৰ জন্য গান্ধিজী আগ্ৰহে প্ৰস্তুত। বৰলাট বাহাদুৰে মহাত্মাগান্ধি আৰু বিভিন্ন দলৰ ডাঙৰ ডাঙৰ ৰাজনৈতিক নেতৃত্ববৃন্দৰ লগত আলোচনা কৰাত আপোষ-মীমাংসাত কোনো আশাৰ ৰাস্তা নোহোৱাত, দেশত প্ৰবল বেগে গুৰুতৰ পৰিস্থিতিৰ সৃষ্টি হয়।

মহাত্মাগান্ধি আৰু কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ ৰাজনৈতিক বিশাৰদ পণ্ডিত সকলে সুস্পষ্ট ভাষায় খোলা-খুলিকৈ অভিমত প্ৰকাশ কৰিছে, যিমান দিন বৃটিছ-শাসননীতি ভাৰতত প্ৰবৰ্ত্তিত থাকিব, তিমান দিন সাম্প্ৰাদায়িক বাটোঁৱাৰা দেশত নন গুৰুতৰ পৰিস্থিতিৰ উদ্ভৱ হৈ থাকিব, এই বিষয়ত ভাৰতে স্বৰাজ লাভ কৰা অসম্ভৱ। যদি বৃটিছ শাসক শাসীতক একবাৰ চমক লগাই মুক্তিৰ সংগ্ৰাম আৰম্ভ কৰা যায়, তেন্তে মুক্তিৰ পাছত ভাৰতৰ সকলো জটিল সমস্যাই সমাধান হব। তাত কাৰো সন্দেহ নাথাকিব।

ইংৰাজী ১৯৪০ চনৰ ১৩ মাৰ্চ্চত ভাৰতবৰ্ষৰ অন্তৰ্গত পঞ্জাব প্ৰদেশৰ আততায়ী মহম্মদ সিংআজাদ বিলাতত উধম সিং নামে জনাজাত। সেই দিনাই এই জন ভাৰত সন্তানে স্বাধীন দেশ গ্ৰেটবৃটনৰ প্ৰসিদ্ধ নগৰী ইংলণ্ডৰ ক্যাক্সটন হ'লৰ ইণ্ডিয়ান এচোচিয়েচনৰ সন্ধ্যাৰ এক জন সভাত ১৯১৯ চনৰ পঞ্জাব প্ৰদেশৰ অমৃতসৰৰ জালিয়ানওৱালাবাগৰ বীভৎস হত্যা কাণ্ডৰ সময়ৰ পঞ্জাবৰ ভূতপূৰ্ব্ব গৱৰ্ণৰ চাৰ মাইকেল ও'ডায়াৰ হত্যাকাণ্ড আৰু বঙ্গদেশৰ ভূতপূৰ্ব্ব গৱৰ্ণৰ ভাৰত সচিব লৰ্ড জেটলেণ্ড, পঞ্জাবৰ ভূতপূৰ্ব্ব গৱৰ্ণৰ চাৰ লুইডেন, বোম্বাইৰ ভূতপূৰ্ব্ব গৱৰ্ণৰ চাৰ লেমিংটন আদি ৰাজ কৰ্ম্মচাৰীৰ উন্মাদন হত্যাৰ



চেষ্টা কৰে। এই নিদাৰুণ ঘটনাত মহাত্মাগান্ধি, ৰামগড় কংগ্ৰেছৰ ৰাষ্ট্ৰপতি মৌলানা আবুল কালাম আজাদ, ভাৰতীয় জাতীয় মহাসভাৰ ৫৩ তম্ অধিবেশনৰ কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ ৰাজনীতিজ্ঞ পণ্ডিত সকলে ৰামগড়ত গভীৰ দুঃখ অনুভৱ কৰে। কংগ্ৰেছ ওৱাৰ্কিং কমিটিয়ে এই ঘটনাৰ উপৰত কোনো ৰাজনৈতিক গুৰুত্ব আৰোপ নকৰে, তথাপি উক্ত কমিটিয়ে পুনৰায় ঘোষণা কৰিছে যে এই ধৰনেৰে সমুদায় কাৰ্য্য জাতীয় উদ্দেশ্য সাধনৰ পক্ষে অন্তৰাই স্বৰূপ। এই গুৰুতৰ পৰিস্থিতিৰ পাছত গ্ৰেটবৃটন আৰু ভাৰত উভয় দেশত ৰাজনৈতিক প্ৰখৰ শক্তিৰ উত্তাপ দৈনন্দিন প্ৰবল ভাৱে বাঢ়ি উঠে।

সংগ্ৰাম সাধনাই ভাৰতবাসীৰ মুক্তি লাভৰ একমাত্ৰ উপায়। মহাত্মাজীৰ ঘোষণা বাণীত চৰকাই মুক্তি সংগ্ৰামৰ প্ৰধান অস্ত্ৰ আৰু দেশবাসীৰ দুৰ্গতি আৰু কাৰাবাস নিৰ্ভৰ কৰিছে বৃটিছ জাতিৰ ইচ্ছাৰ ওপৰত, কংগ্ৰেছৰ নহয়। ইংৰাজী ১৯২১ চনৰ অসহযোগ আন্দোলন আৰু ১৯৩০ চনৰ আইন অমান্য আন্দোলন মহাত্মা গান্ধিৰ নেতৃত্বত দেশত প্ৰবৰ্ত্তন হয়। ইংৰাজী ১৯৪০ চনৰ মাৰ্চ্চ মাহৰ কংগ্ৰেছ মহাসভাৰ অধিবেশনৰ পাছত কোনো এক অনিৰ্দ্দিষ্ট শুভ দিনত ভাৰতবাসীৰ মুক্তি সংগ্ৰাম ঘোষণা কৰা হব, সেই সংগ্ৰামৰ বাবে দেশবাসী প্ৰস্তুত হৈ থকা যুগুত। মহাত্মাজীৰ আদৰ্শবাণীত ভূতপূৰ্ব্ব ৰাষ্ট্ৰপতি ডাক্তৰ ৰাজেন্দ্ৰপ্ৰসাদ, পণ্ডিত জৱহৰ লাল নেহৰু, ৰামগড় কংগ্ৰেছৰ নৱ নিৰ্ব্বাচিত ৰাষ্ট্ৰপতি মৌলানা আবুল কালাম আজাদ আৰু সৰ্দ্দাৰ বল্লভভাই প্যাটেল, ভুলাভাই দেশাই আদি খ্যাতনামা সৈনিকসকলে সংগ্ৰামৰ দায়িত্ব গুৰুভাৰ গ্ৰহণ কৰিছে আৰু সৰ্ব্বস্ব পণ কৰি দেশবাসীক সমৰ ক্ষেত্ৰত যোগ দিবলৈ আহ্বান কৰিছে। আজি অসমৰ বৰ দুৰ্কপাল, এই সন্ধিক্ষণত "বিশ্ববিধাতাই" স্বাধীনতা যজ্ঞত উৎসগীত কৃত প্ৰাণ দেশভক্ত তৰুণৰাম ফুকনকে অসমত নেৰিলে। স্বাধীনতাকামী দেশবৰেন্যে প্ৰজ্জলিত সৈনিক ফুকন ডাঙৰীয়াৰ

নেতৃত্ব বিহীনে অসমবাসীয়ে প্ৰস্তুত হৈ সংগ্ৰামত যোগ দিবলৈ বৰ টান পাইছে। মহাত্মা তৰুণ ফুকনৰ মৃত্যুত কেৱল অসমৰে নহয়, গোটেই ভাৰতবৰ্ষৰে অপূৰণীয় ক্ষতি।

——০:*:০——

## তৰুণৰাম ফুকন

( ১ )

হে বীৰ
হে তৰুণ, জননীৰ যজ্ঞ সভা কৰিলা শুৱনি
সানিলা বেদীত প্ৰেম আপোন প্ৰাণৰ
সুৰঞ্জিত আখৰেৰে কাল বুৰঞ্জীত
লিখি গলা মাতৃৰ নাম কবচ ধ্যানৰ

( ২ )

কামাখ্যাৰ বুকু ভেদি উঠে প্ৰতিধ্বনি
প্ৰাণৰ দুলাল তুমি হে দেশভক্ত
সাচি গলা অসমৰ মণি কুঠলিত
স্নেহত বিয়পি অহা স্নিগ্ধ অশ্ৰুণিৰ

( ৩ )

তৰুণৰ দীপ্ত আননত মহাত্মাৰ বাণী
মনোৰম সাদৰী অসম সৌন্দৰ্য্যৰ ৰাণী
উপক্ষিতা অসম জননী ভাৰত সভাত
ন্যায্য স্থান লভিলে পুনৰ সোণৰ পীৰাত



( ৪ )

বুকু ভৰা সাহ অদম্য উছাহ
নিতউ তৰুণ যুৱক তুমি
কৰিলা উজ্জ্বল শতেক ৰণত
চিৰ সাধনাৰ জনমভূমি

( ৫ )

যি মন্ত্ৰ বলেৰে জিনি ই ভাৰত ভূমি
প্ৰচাৰিলা দেশে দেশে মুকুতিৰ বাণী
তব সুধা কণ্ঠ গান শুনি হ'ল দীপ্তপ্ৰাণ
গৰীয়সী শ্ৰেষ্ঠা মোৰ অসমা জননী

( ৬ )

মুকুট বিহীন ৰজা অসমৰ তৰুণ ফুকন
ইচ্ছামৃত্যু ভীষ্মদেৱে মৰণক কৰিলে বৰণ
ধৰ্ম্মৰ্বাণ জুৰি নিজে অকলই কৰিলে সমৰ
ৰাখিম স্বদেশ মান মূল মন্ত্ৰ হ'ল তৰুণৰ

( ৭ )

কৰি প্ৰাণপণ যুজি আজীৱন
যুজৰ মাজতে সগৰ্ব্বে ৰই
ত্ৰিৰঙ্গ ৰঞ্জিত পতাকা উৰাই
ৰাজছত্ৰ লই শোভিত হই

( ৮ )

কেন্দ্ৰ ৰূপে থাকি শিশু অসমৰ
দেখাই দৃষ্টান্ত সাধু শিক্ষাৰ
হলা অকস্মাৎ মাজ সাগৰত
ধ্ৰুৱ তৰাৰ দৰে মেঘৰ আৰ

( ৯ )

দেশৰ কাৰণে জনম তোমাৰ
দেশৰ কাৰণে সৰ্ব্বস্ব ত্যাগ
দেশৰ কাৰণে বৰিলা মৰণ
জ্ঞানী কৰ্ম্মযোগী হে মহাভাগ

( ১০ )

স্বাধীনতা সংগ্ৰামত
ত্যাগ কৰি জীৱন নিজৰ
ৰাখি গলা তুমি বীৰ
জগতত খিয়াতি অমৰ

( ১১ )

আছিল দুজন বীৰ বীৰ পুত্ৰী অসমীৰ
ধৰমত কৰমত সুতীক্ষ্ণ সুধীৰ
"তৰুণ" "নবীন" প্ৰাণ প্ৰকৃতিৰ শ্ৰেষ্ঠ দান
হেৰুৱালে মাতৃ এনে যোদ্ধা মহাবীৰ

( ১২ )

নাই বীৰ তৰুণ নাই বীৰ নবীন
কাহিনী অতীত হ'ল
স্নেহ প্ৰীতিৰ অক্ষয় চানেকী
জগতত মাথো ৰ'ল

( ১৩ )

বাগ্মিতাত অজেয় ফুকন লখিমী লিখনী
নবীনৰ সিংহনাদ শুনি বিজয় কাহিনী
ইজনৰ পিছত সিজনে মাগিলে বিদায়
কোনে আজি সেনানী চলায় সেনাপতি নাই



( ১৪ )

অসম মাতৃৰ গতিকে দুৰ্দ্দিন
জীৱন মৰণ সন্ধিক্ষণ
এনে এটি পৰতে যোগ্য সেনাপতি
হেৰুৱালো আমি অমূল্য ধন

( ১৫ )

হাহাঁকাৰ ধ্বনি উঠিল জগতে
ভাৰতত আৰু তৰুণ নাই
ধ্বনিছে পৱন বিনাই চৰায়ে
ভাৰতত আৰু তৰুণ নাই

( ১৬ )

কৰ্ম্মৰ মাজতে তুমি কৰ্ম্মবীৰ
সামৰিলা তথু জীৱন নাট
ধ্ৰুৱতৰা হই জিলিকি থাকিবা
অসমক সদায় দেখাই বাট

( ১৭ )

যোৱা আজি বীৰ কৰি আশীৰ্ব্বাদ
অসম্পূৰ্ণ ৰণ কৰিব জয়
সহস্ৰ সৈনিকে যাব আগ বাঢ়ি
নিৰ্ম্মালি তোমাৰ শিৰত লই

( ১৮ )

মৃত্যুৰ পাছতো সৌৰভ তোমাৰ
ৰব চিৰকাল তৰুণ হই
ইয়ে নোহে মৃত্যু অমৰ জীৱন
যুগ-যুগান্তৰে থাকিবা ৰই

যদি আপুনি নিজনৰ জীৱন কৰ্ম্মময় কৰি
তুলিব খুজিছে তেন্তে :—

দেশভক্ত

# "তৰুণৰাম ফুকনৰ জীৱনী"

এখন আজিয়েই নি পঢ়ক
ইয়াক পঢ়িলে আপুনি আপোনাৰ মনত নতুন বল
আৰু নতুন উৎসাহ পাব

পোৱা ঠাই :—

১। শ্ৰীযুত নন্দ কাকতি, অসম বুক এজেন্সি
জোৰ পুখুৰি গৌহাটী
২। মেনেজাৰ :—নিউ প্ৰেছ, গুৱাহাটী
৩। গ্ৰেজুৱেটছ য়ুনিয়ন, পানবাজাৰ, গুৱাহাটী
৪। বৰুৱা এজেন্সি, দীঘলী পুখুৰি পাৰ, গুৱাহাটী
৫। শ্ৰীযুত ধনপতি বৰ্ম্মন, শান্তিপুৰ, গৌহাটী
৬। শ্ৰীযুত জন্তিৰাম বৰ্ম্মন, চামতা, পোঃ বেলশৰ

---